অসমীয়া

# লোকগীতি-সংগ্ৰহ

সঙ্কলন-কৰোঁতা

শ্ৰীযোগেশচন্দ্ৰ তামুলী বি-এ

ভেৰগাঁও ( মঙলদৈ )

প্ৰথম তাঙৰণ

অক্টোবৰ, ১৯৬০ চন

অসম সাহিত্য-সভা

প্ৰধান কাৰ্য্যালয়

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

মূল্য—ছয় টকা ( ৬৲ )

**Asamiya Lokagitee Sangrah** :—A collection of Assamese Folk Songs Compiled by Sree Jogeshchandra Tamuly B. A. and Published by Sri Jatindranath Goswami M. A. B. T. the General Secretary, Asam Sahitya Sabha' Jorhat.

সম্পাদনা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

সভাপতি

অসম সাহিত্য-সভা

তপোবন, গুৱাহাটী

প্ৰকাশক

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

প্ৰধান সম্পাদক

অসম সাহিত্য-সভা

যোৰহাট



ছপা কৰোঁতা

শ্ৰীৰাধাগোবিন্দ বছাক

শ্ৰীকান্ত প্ৰেছ

৭৫ বৈঠকখানা ৰোড

কলিকাতা ৯

# আমাৰ কথা

—এক—

পৃথিৱীৰ আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যতো পদ্যৰ জন্ম আগ আৰু আমাৰ প্ৰথম সাহিত্য হৈছে মৌখিক জন-সাহিত্য বা লোকগীতি। এই গীতসমূহত চহা জীৱনৰ ভাব, অনুভূতি, সৰল প্ৰকাশভঙ্গী আদি ফুটি উঠিছে। ৰচকৰ নাম-গোন্ধ নথকা এই গীতবোৰ পুৰুষানুক্ৰমে মুখে মুখে চলি আহিছে। গীত ৰচনাৰ সময় লৈ মতবিৰোধ দেখা যায়। বুৰঞ্জীমূলক গীত বা ব্যক্তিক কেন্দ্ৰ কৰি লিখা গীতবোৰৰ কাল নিৰ্ণয় কৰা টান। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া ভাষাৰ আৰম্ভণিৰে পৰা ৮০০ খৃষ্টাব্দলৈকে আমাৰ সাহিত্যৰ অন্ধকাৰ যুগটোক 'গীত যুগ' বুলি অভিহিত কৰিছে। 'অসমীয়া সাহিত্যৰ চানেকি'ত ধাই নাম গৰখীয়া নাম, বিয়া নাম, বিহু নাম, নাও খেলোৱা গীত, বাৰমাহী গীত, গাঁৱলীয়া গীত, ( ফুল কোঁৱৰ, মণি কোঁৱৰ, পগলা পাৰ্ব্বতীৰ গীত আদি ), টোকাৰী নাম, হুচৰী নাম আৰু আই নামক এই যুগৰ ৰচনা বুলি ধৰা হৈছে।

শ্ৰীযুত যোগেশচন্দ্ৰ তামুলীৰ 'নিচুকনি' নামৰ মৌখিক গীতৰ সংগ্ৰহ এখনি কেতিয়াবাই ওলাইছিল। এই গীতৰ লগতে কিছুমান মৌখিক গীত যোগ দি অসম সাহিত্য-সভাক প্ৰকাশৰ ভাৰ দিয়াত আমি শ্ৰীযুত তামুলীদেৱৰ শলাগ লৈছোঁ। এই সংগ্ৰহখনি শ্ৰীযুত তামুলীদেৱৰ আজীৱন সাধনাৰ ফল। গীত-সমূহ যেনে দৰে শুনিছে ঠিক তেনেদৰে ৰাখিছে। অসমীয়া লোকগীতি-সংগ্ৰহ পুথিখনিয়ে লোকগীতি চৰ্চ্চা কৰা লোকসকলক অনুপ্ৰেৰণা দিব বুলি আশা কৰিলোঁ। ইতিমধ্যে অসমীয়া লোকগীতিৰ বিভিন্ন সংগ্ৰহ ওলাইছে, তথাপি এই সংগ্ৰহৰো বিশেষ মূল্য আছে বুলি আমাৰ বিশ্বাস। এনে সংগ্ৰহে লোক-সাহিত্যৰ গৱেষকসকলক যথেষ্ট সহায় কৰে। আমি সহৃদয় পাঠকবৰ্গলৈ অসমীয়া লোকগীতি-সংগ্ৰহ পুথিখনি আগবঢ়ালোঁ। ইতি—

চন্দ্ৰকান্ত সন্দিকৈ ভৱন<br>যোৰহাট<br>৩০।৭।৬০

**শ্ৰীযতীন্দ্ৰনাথ গোস্বামী**<br>প্ৰধান সম্পাদক, অসম সাহিত্য-সভা

এই গ্রন্থৰ সঙ্কলন-কৰোঁতা শ্ৰীযুত যোগেশচন্দ্ৰ তামুলীদেৱ আমাৰ শিক্ষা-গুৰু আৰু সাহিত্য-গুৰু। তেখেতৰ পৰাই পোনপ্ৰথমে আমি অসমীয়া সাহিত্য-ক্ষেত্ৰত প্ৰৱেশ কৰিবলৈ উৎসাহ, উদগনি আৰু অনুপ্ৰেৰণা পাইছিলো। তেতিয়া তেখেত আছিল গুৱাহাটী মাণিকচন্দ্ৰ মধ্য-ইংৰাজী স্কুলৰ শিক্ষক আৰু আমি আছিলোঁ সেই স্কুলৰে এজন লাজকুৰীয়া স্বভাৱৰ সাধাৰণ ছাত্ৰ। তেতিয়া তেখেতে আমাক অসমীয়া সাহিত্যলৈ বাট পোনাই দি একপ্ৰকাৰে জীৱনৰ লক্ষ্য স্থিৰ কৰি দিছিল। সেই সময়তে অৰ্থাৎ ১৯১৪ চনতে তেখেতৰ 'নিচুকনি' ছপা হৈ ওলায়। আমিও সেই ছপা পুথি এখন পাই নিজকে ধন্য মানিছিলো। তাৰ পিছত বহু দিন, বহু বছৰ পাৰ হৈ গল। জীৱনৰ নানা দুখ-ব্যৰ্থতা, ঘাত-প্ৰতিঘাতৰ মাজেদি সবকি শ্ৰীতামুলীদেৱে বৰ্ত্তমানে মঙলদৈ মহকুমাৰ ভেৰগাঁৱত নীৰৱ জীৱন যাপন কৰি আছে আৰু আমিও কৰ্ম্মব্যস্ততাৰ মাজেদি ভটীয়াই আহি ৰাইজে মৰম কৰি দিয়া অসম সাহিত্য-সভাৰ ভাৰখন কান্ধ পাতি লবলগীয়া হৈছে। এনে অৱস্থাতে আজি এবছৰমান আগতে আচম্বিতে এখন চিঠি আৰু লগতে এটা কাকতৰ টোপোলা পালোঁ—শ্ৰীতামুলীদেৱৰ পৰা 'গুৰু-নিৰ্ম্মালি' স্বৰূপে। সেই চিঠিকে হুবহু এইখিনিতে তুলি দিছোঁ :—

"স্নেহাস্পদেষু ! এই চিঠিখন তোমালৈ লিখোঁ লিখোঁ বুলি পেলাই থওঁতেই প্ৰায় তিনি বছৰ হ'ল। এই বাৰ গুৱাহাটীৰ পৰা মোৰ বৰছোৱালীজনী পূজাৰ বন্ধত ঘৰলৈ অহাত ময়ো মন বান্ধিলো, ১৯০৮ চনৰ পৰা আৰম্ভ কৰা মোৰ সাঁচতীয়া ধনখিনি এই চিঠিখনৰ লগতে তোমালৈ পঠাম বুলি। ত্ৰিপুৰা বেঙ্কে কেবছৰমান আগতে মোৰ যথাসৰ্ব্বস্ব ধ্বংস কৰিলে তদুপৰি ডেৰ বছৰৰ আগতে চোৰে ঘৰত সিন্ধি দি মোৰ আৰ্জ্জনৰ সা-সম্পত্তি সকলো লৈ গল। বৰ বাকচ এটা বাহিৰত নি ভাঙি, তলিত বহু বছৰ পেলাই থোৱা 'নিচুকনি'ৰ সুৰাটো সিইঁতলৈ অদৰকাৰী যেন ভাবি বাৰীৰ চুকত পেলাই থৈ গল।

'নিচুকনি'ত সংগৃহীত হোৱা ধনখিনি প্ৰকাশ কৰিবলৈ হাতত বিত নাই কিন্তু মোৰ মৃত্যুৰ লগতে অসমীয়াৰ বোপা-ককাৰ এই সাহোনখিনি নষ্ট হোৱাৰ ভাবটো হঠাতে কেতিয়াবা মনত পৰিলে উচপ্ খাই উঠোঁ। এনে অৱস্থাত মোৰ কৰ্ম্মময় জীৱনত যিসকলৰ লগত সম্বন্ধ আছিল, এটি এটিকৈ যেতিয়া সকলোৰে মুখবোৰ আৰু লগতে তেওঁলোকৰ কাৰ্য্যবোৰ ভাবোঁ তেতিয়া প্ৰায়েই তোমাৰ নিৰ্ম্মল অন্তৰৰ মুখখনেই মোৰ মনপটত উদ্ভাসিত হয়হি। সেই কাৰণেই আজি মোৰ অৱশিষ্ট যথাসৰ্ব্বস্ব ধন তোমাৰ হাতত সমৰ্পণ কৰি নিশ্চিন্ত হলোঁ। বয়সত



সম্ভৱ পাৰ হলোঁ, ল' ব্লাড্ প্ৰেছাৰত মাজে মাজে জলকা লাগি বহি থাকোঁ, তাতে আকৌ 'হাৰ্ণিয়া' কাৰণে বেছি খোজো কাঢ়িব নোৱাৰোঁ। গুৱাহাটীখন কেবা বছৰেও চাব যাবলৈকে সাহ কৰিব পৰা নাই।

'নিচুকনি'খনৰ গীতবোৰ যদিও কেইবা বছৰৰ আগতে আঁত লগাই থৈছিলোঁ তথাপি মাজে মাজে আঁসোৱাহ থকা যেন লাগে। পাৰিলে তুমি চকু ফুৰাই চাই ভুলচুক ভাঙি দিলে তোমাৰ মৰমৰ অসমী আইৰ উপকাৰ কৰা হব।

স্বৰ্গীয় দেউতাই শিৱসাগৰ জিলাত চৰকাৰী কাম কৰোঁতে মই গুৱাহাটীত আই-এ পঢ়োঁ। কলেজৰ অ, ভা, উ, সা সভাই অসমীয়া গীতবোৰ গোটাবলৈ আমাৰ ৩।৪ জনক ভাৰ দিয়ে। প্ৰথম প্ৰথম শিৱসাগৰ আৰু নগাৱৰ গীতবোৰ গোটাই এটা সুৰা বান্ধি কাঠৰ বাকচ এটাত পেলাই থৈছিলোঁ। বন্ধুবৰ শ্ৰীৰবীন খাউণ্ডে ১৯১৪ চনত কলিকতাত মই বি-এ পৰীক্ষাৰ কাৰণে অতি ব্যস্ত থাকোঁতে একপ্ৰকাৰ ডকাইতি কৰি নি সেই সুৰাটো প্ৰেছত দিয়েগৈ। সেই ১৯১৪ চনতে 'নিচুকনি'ৰ প্ৰথম জন্ম। তাৰ পিছত মোৰ অদৃষ্টই মোক ১৯২০ চনত পলাশবাৰীলৈ টানি নিয়ে। সেই সময়ৰ অসহযোগ আন্দোলনৰ ধুমুহাত মোৰ প্ৰাণৰ অনুষ্ঠান পলাশবাৰী হাইস্কুলখন প্ৰায় ভাগি যোৱা দেখি মোৰ গুৰুদত্ত জ্ঞান আৰু শক্তি সমস্ত নিয়োগ কৰি অনুষ্ঠানখনিক যদিও চুবমাৰ হোৱাৰ পৰা ৰক্ষা কৰিলোঁ তথাপি প্ৰবল ৰজাঘৰীয়া বিপক্ষ শক্তিৰ লগত মোৰ ক্ষুদ্ৰ শক্তি লৈ যুঁজিবলগা হৈছিল। এই যুঁজ-সাগৰৰ কাৰণে 'নিচুকনি'ৰ কামো স্থগিত ৰাখিবলগীয়া হৈছিল।

পিছত কামৰূপৰ দক্ষিণ পাৰৰ প্ৰথমে বনগাওঁতে গীত সংগ্ৰহৰ কাম আৰম্ভ কৰি ছয়গাঁও আৰু চমুৰীয়া, বকোৰ পৰাও বহু গীত পাওঁ। মধ্য আৰু উজনি অসমত যিবোৰ গীত পাইছিলো, দেখিলোঁ যে কামৰূপৰ সম্পদ উজনি অসমৰ গীতবোৰতকৈ বহু উচ্চ ধৰণৰ। যি সময়ত মই দক্ষিণ কামৰূপৰ সম্পৰ্কত আহোঁ সেই সময়ত গাওঁ-ভুঁইবোৰ কিছু পাছ পৰা অৱস্থাত পাইছিলো তথাপি তাৰ ৰাইজে তেওঁলোকৰ পূৰ্ব্ব-পুৰুষৰ সেই অমূল্য সাহোনবোৰ সাঁচি থৈ আহিছিল।

উত্তৰ কামৰূপৰ অমূল্য গীতৰ সম্ভাৰ গোটাবৰ মোৰ ভাগ্যত নহল। হৰদত্ত বীৰদত্তৰ দীঘল গীতটো উত্তৰ লক্ষীমপুৰৰ মোৰ বন্ধু শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱা বি-এল দেৱে সংগ্ৰহ কৰি থোৱা মই নিজে দেখিছিলো। তেওঁ আমাৰ দিনত অ, ভা, উ, সা সভাৰ এটা শিলৰ খুটা আছিল আৰু সভাখনৰ প্ৰাণ স্বৰূপে আছিল। কেবছৰমানৰ আগতে তেওঁলৈ দুখনো চিঠি লিখিছিলো কিন্তু উত্তৰ নেপালোঁ।

উত্তৰ কামৰূপৰ পূবণিকলীয়া গীতবোৰ উদ্ধাৰ কৰিবলৈ মোৰ ক্ষমতা আৰু শক্তিয়ে নুকুলালে। বহু বছৰৰ আগতে কেইবাজনো বন্ধুলৈ অনুনয়-বিনয়োৰে কেবাখন চিঠি এই বিষয়ে লিখিও কোনো উত্তৰ নেপাই শেষত ক্ষান্ত হলোঁ। সি যি নহওক ১৯১৪ চনত প্ৰকাশ হোৱা 'নিচুকনি'খন ৺ পি, আৰ, টি, গৰ্ডনৰ অনুগ্ৰহত আই, চি, এছ পৰীক্ষাৰ পাঠ্য হিচাপে কাৰিকুলামত লিষ্টিভুক্ত কৰি দিছিল। এই বিষয়টো শ্ৰদ্ধাস্পদ ৺ আনন্দ আগৰৱালাদেৱৰ পৰা জানিব পাৰিছিলো।

তোমালৈ চিঠিখন লিখোঁতে বহু কথাই লিখিলোঁ। 'নিচুকনি'খন ৰক্ষা কৰাৰ ভাৰ তোমাৰ ওপৰত সমৰ্পণ কৰি এটা গধুৰ বোজাৰ পৰা ৰক্ষা পৰিলোঁ। ইয়াৰ পিছত তুমি যি কৰা। তোমাক স্নেহাশীৰ্ব্বাদ জনালো। ইতি—

| | |
|---|---|
| ভেৰগাঁও, দৰং | তোমাৰ মৰমৰ আশীৰ্ব্বাদক |
| ১৭।১০।৫৯ | **শ্ৰীযোগেশচন্দ্ৰ তামুলী** |

চিঠিখন আৰু টোপোলাটো পাই আমাৰ মূৰত যে এটা গুৰু দায়িত্ব ন্যস্ত হ'ল সেই কথা বুজিব পাৰি কেনেকৈ পুথিখন সোণকালে পোহৰলৈ উলিয়াব পাৰি তাকে ভাবিবলৈ ধৰিলোঁ। এনে এটি অমূল্য সম্পদ ধ্বংস হবলৈ দিয়াটো যে উচিত নহয় সেই কথা এদিন আমাৰ স্নেহাস্পদ বন্ধু শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীক কলোঁ আৰু কিবা এটা দিহা কৰি অসম সাহিত্য-সভাই এই সঙ্কলনটি উলিয়াব লাগে বুলি পৰামৰ্শ দিলোঁ। গোস্বামীদেৱে মোৰ পৰা পুথিখনি খুজি নি চকু ফুৰাই চাই ভাল পালে আৰু তাৰে ফলত আমাৰ কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সদস্যসকলৰ সন্মতিক্ৰমে পুথিখনি অসম সাহিত্য-সভাৰ পক্ষৰ পৰা ছপা কৰাটো স্থিৰ হ'ল। মূঠতে শ্ৰীতামুলীদেৱে আমাৰ ওপৰত যি গুৰুভাৰৰ বোজা তুলি দিছিল সেই ভাৰ অসম সাহিত্য-সভাই লোৱাত আমি সকাহ পালোঁ আৰু সেই বাবে সঙ্কলনকাৰী শ্ৰীযুত তামুলীদেৱৰ হৈ আৰু আমাৰ নিজৰ পক্ষৰ পৰাও অসম সাহিত্য-সভাৰ সম্পাদক শ্ৰীযুত গোস্বামী আৰু কাৰ্য্যকৰী সভাৰ সদস্যসকলক ধন্যবাদ জনালো।

পুথিখনিৰ বিষয়বস্তু আমাৰ প্ৰিয় হলেও এই বিষয়ে যিমানখিনি চিন্তা-চৰ্চ্চা, গৱেষণা, অধ্যয়ন আদিৰ প্ৰয়োজন তাৰ অভাৱত এনে পুথি বৈজ্ঞানিক পদ্ধতিৰে সম্পাদন কৰাৰ যোগ্যতা আমাৰ নাই। তথাপি যোগ্য জনলৈ সেই কাম এৰি পোৱা বস্তুখিনিকে ভাগে ভাগে সজাই দিবলৈ আমি যত্ন



কৰিছোঁ এই সঙ্কলনত। শ্ৰীতামুলীদেৱে পোনপ্ৰথম প্ৰকাশত এই গীতবোৰ 'নিচুকনি' নামেৰেই প্ৰকাশ কৰিছিল আৰু তেতিয়া কেৱল প্ৰথম খণ্ডৰ গীতবোৰহে ঘাইকৈ তাত ঠাই পাইছিল। তাৰ পিছত তেখেতে বহুত নতুন গীত সংগ্ৰহ কৰিলে আৰু সেইবোৰ নানা তৰহৰ। সেই সম্পৰ্কে তেখেতে নিজেই বিবৰি কৈছে। 'নিচুকনি'ৰ জন্মৰ কালত লোক-গীত, লোক-নৃত্য, লোক-সংস্কৃতি আদি কথাবোৰ আমাৰ সাহিত্যত প্ৰচলিত হোৱা নাছিল আৰু এইবোৰৰ বিষয়ে প্ৰণালীবদ্ধভাবে চিন্তা-চৰ্চ্চাও হোৱা নাছিল বুলিয়েই কব পাৰি। সেই কাৰণে তেখেতে এটা দাৰ্শনিক ব্যাখ্যাৰে নানা তৰহৰ লোকগীতক 'নিচুকনি'ৰ অন্তৰ্ভুক্ত কৰি সামৰি লৈছিল। এই পৰিবৰ্দ্ধিত সঙ্কলনটি পূৰ্ব্বৰ 'নিচুকনি' নামেৰে ওলালে বিষয়-বস্তুৰ লগত নামৰ ৰজিতা নেখাব বুলি ভাবি এই পুথি 'অসমীয়া লোকগীতি সংগ্ৰহ' নামেৰে নামকৰণ কৰি কেইবাটাও ভাগত ভগাই প্ৰথম খণ্ডৰ নামহে 'নিচুকনি' ৰখা হৈছে। দৰাচলতে পূৰ্ব্বৰ 'নিচুকনি'ত থকা প্ৰায় সকলোবোৰ গীতেই ইয়াত ঠাই পাইছে কোনো লৰচৰ নকৰাকৈ—যাতে পূৰ্ব্বৰ চিনাকি অটুট থাকে। এই 'নিচুকনি' খণ্ডত কিছুমান খেলধেমালি আৰু দুই এটা আন গীতো আছে। পঞ্চম খণ্ডটো বাৰমিহলি গীত নাম দি পুথিখনিৰ শ্ৰীবৃদ্ধি সাধিবলৈ এই ভাগত কেইটামান নতুন গীত যোগ দিয়া হৈছে—যেনে নাওখেলৰ গীত, মহখেদা গীত, গান্ধী নাম আদি। আমাৰ বিশেষ অনুৰোধত 'মহখেদা গীত' কেইটা সঙ্কলন কৰি দিছে **অধ্যাপক শ্ৰীযুত হেমন্তকুমাৰ শৰ্ম্মাই** আৰু নাওখেলৰ গীতৰ কেইটামান পোৱা হৈছে 'আকাশ-বাণীৰ' **শ্ৰীযুত পুৰুষোত্তম দাসদেৱৰ** পৰা। গান্ধী-নাম কেইটা 'চেতনা'ৰ পুৰণি সংখ্যা এটাৰ পৰা বুটলি লোৱা হৈছে। সংগ্ৰাহকৰ নাম অজ্ঞাত। শ্ৰীযুত শৰ্ম্মা আৰু শ্ৰীযুত দাসক তেওঁলোকৰ পৰা পোৱা উপকাৰৰ বাবে শলাগ জনোৱা হল।

অষ্টম খণ্ডত পঢ়ুৱৈ আৰু গৱেষণাকাৰীসকলৰ সুবিধাৰ্থে আমাৰ কলেজীয়া জীৱনৰ বন্ধু **শ্ৰীযুত ৰূপেশ্বৰ দত্তদেৱৰ** সংগৃহীত 'জনা গাভৰুৰ গীত'টোও তেখেতৰ অনুগৃহীত অনুমতিক্ৰমে সংযোগ কৰি দিয়া গ'ল।

নাওখেলৰ গীত সম্পৰ্কে শ্ৰীযুত দাসে আমাক কৈছিল বোলে এইবোৰ আচল নাওখেলৰ সময়ত গোৱা গীত নহয়—নাওখেলক উপলক্ষ্য কৰি গোৱা গীতহে। এইবোৰ কথাৰ আলোচনাৰ ভাৰ বিশেষজ্ঞসকলৈ এৰা হ'ল। দৰাচলতে এইবোৰ লোকগীতিৰ বেছি ভাগৰে প্ৰকৃত লিখক কোন আছিল জানিবৰ

উপায় নাই—সেই সকল কৱি যে আমাৰ দৰে নাম-যশ প্ৰাৰ্থী নাছিল সেই কথা আখৰে আখৰে সঁচা। এইবোৰ অমূল্য সম্পদ তেওঁলোকে সমূহ অসমীয়া ৰাইজলৈ এৰি থৈ গৈছে নিজ নিজ অন্তৰৰ আবেগ-অনুভূতিৰে বুকুৰ উম দি। ৰাইজৰ বস্তু ৰাইজৰ হাতত দিবলৈ পাই আমাৰ নিজৰো সন্তোষ, অসম সাহিত্য-সভাৰো সন্তোষ। সাহিত্যৰ আদি যুগৰ পৰা আজিলৈকে নানা সময়ত আৰু নানা উপলক্ষ্যত এই লোকগীতিবোৰ ৰচিত হৈ আহিছে আৰু তাৰে ভালেমানবোৰ লিপিবদ্ধ নোহোৱাৰ বাবে ইতিমধ্যে পাহৰণিৰ পেটত সোমাইছে। সেই কাৰণে এই গীতবোৰ যতে যি অৱস্থাতে পোৱা যায় লিপিবদ্ধ কৰি ৰখাটো উচিত। আমাৰ অসম সাহিত্য-সভাই বিভিন্ন অঞ্চলত থকা শাখা সভাৰ সহায়েৰে ইচ্ছা কৰিলে এনে কেবাখনো সংগ্ৰহ যুগুত কৰিব পাৰে—তেতিয়া হলে সঙ্কলনৰ পিছৰ কামখিনি সমালোচক আৰু ভাষাবিদ পণ্ডিতসকলে সহজে কৰিবলৈ সুচল পাব।

আজি বহু বছৰ আগতে এনে কামত হাত দি 'নিচুকনি'ৰ সংগ্ৰাহক শ্ৰীযুত তামুলীদেৱ আৰু 'জনা গাভৰুৰ' সংগ্ৰাহক শ্ৰীযুত দত্তদেৱে আমাৰ আগলৈ এটা ভাল আদৰ্শ আগবঢ়াইছে। দুয়ো জনলৈ অসম সাহিত্য-সভাৰ পক্ষৰ পৰা ওলগ জনাবলৈ পাই আমি কৃতাৰ্থ হৈছোঁ। ইতি—

বিনীত—

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা
সভাপতি, অসম সাহিত্য সভা

তপোবন, গুৱাহাটী
দীপাৱলী, ১৯।১০।৬০

# সংগ্ৰাহকৰ কথা

—এক—

লাজ আৰু ভয়ত ওলাওঁ নোলাওঁকৈ 'নিচুকনি'য়ে প্ৰথমবাৰ ওলাই ৰাইজৰ ওচৰত যি আদৰ আশ্বাস পালে এই সাহতে বুকুত বল বান্ধি দ্বিতীয় বাৰ ৰমক-জমককৈ আকৌ ওলাইছে। 'নিচুকনি'ৰ মৰণ নাই—এই কথাষাৰি 'নিচুকনি'য়ে বেছকৈ বুজিছে। আচলতে নিচুকনি নিৰ্ঘূণ, যি দোষ ৰাইজৰ চকুত পৰে, সি নিচুকনিৰ নহয়, সজাওঁতাৰহে। কালৰ গতিত 'নিচুকনি'ৰ এনে সজাওঁতা কত আহিব, কত যাব তাৰ সীমা নাই, সেই কাৰণে সদৌ অসমীয়াৰ বোপা-ককাৰ সাহোন 'নিচুকনি'ক যেন সজাওঁতাৰ দোষে নপৰশে।

এই বাৰ বহুত নতুন গীত এই সঙ্কলনত ঠাই দি গ্ৰন্থৰ আকাৰ আগতকৈ প্ৰায় দুগুণ কৰা হল। নিচুকনিত লৰাছোৱালী নিচুকুৱা গীতৰ পৰা দেহবিচাৰৰ গীতলৈকে সকলো বিধৰ গীত একেখন কিতাপতে দিয়াত বহুতে আপত্তি জনাইছিল কিন্তু কেঁচুৱাৰে পৰা মৰণৰ সকলো সময়লৈকে অসমীয়াই কেনেকৈ কৰিতাতে ওপঙি থাকে তাকে দেখুৱাবলৈহে সকলো প্ৰকাৰৰ গীত একে ঠাইতে দিয়া হৈছিল।

১৯০৯ চনত গুৱাহাটীৰ কটন ছাত্ৰাবাসত বহা এ, এছ, এল ক্লবৰ এক অধিবেশনত অসমত সিঁচৰতি হৈ থকা নানা তৰহৰ গীতবোৰ গোটাবলৈ সেই সময়ৰ তৃতীয় বাৰ্ষিক কলেজৰ ছাত্ৰ শ্ৰীসৰ্ব্বেশ্বৰ বৰুৱাদেৱৰ সভাপতিত্বত স্থিৰ হয়। সভাপতিৰ আসনৰ পৰা তেওঁ উপস্থিত ছাত্ৰসকলৰ পৰা বাছি বাছি তিনিজনক গীতবোৰ গোটাবলৈ ভাৰ দিয়ে। বাছনিত তাৰে ভিতৰত ময়ো এজন পৰিছিলো। মোৰ হাতত অসমৰ কিছুমান অমূল্য ৰত্ন পৰি আলাইআথানি হৈ নষ্ট পোৱাৰ ভয়ত আৰু মোৰ দোধোৰমোধৰ প্ৰকৃতি বুজি বন্ধুবৰ শ্ৰীযুত ৰবীন থাউণ্ডে পকা চপৰানিৰ ওপৰেদি মোক হিৰহিৰাই টানি-আজুৰি নি 'নিচুকনি'ৰ জনম দিয়ালে। মোৰ আপত্তি খণ্ডন কৰি বন্ধুবৰে কৈছিল—'বৰ্ত্তমানৰ 'নিচুকনি' অসম্পূৰ্ণ হলেও আমাৰ পৰপৰ্য্যায়ৰ ডেকা অসমীয়াসকলে আৱশ্যক বুজিলে নিচুকনিক সম্পূৰ্ণ কৰি লব।'

১৯২২ চনত আমি পলাশবাৰীত থকাৰ সুবিধাত দেহবিচাৰৰ গীতবোৰ গোটোৱা হয়। ছয়গাঁৱৰ উত্তৰে চমুৰীয়া সত্ৰকে কেন্দ্ৰ কৰি আশে-পাশে বহু মহাপুৰুষীয়া সম্প্ৰদায়ৰ বুঢ়াভকতসকলৰ মুখৰ পৰা বহু দেহবিচাৰৰ গীত আহৰণ

কৰা হয়। এটা বৰ ডাঙৰ দুখ মনত বৈ গল যে উত্তৰ কামৰূপৰ মৌৰ বহঘৰাটোত হাতকে দিবলৈ নিজ অৱস্থাই সুবিধা নিদিলে। উত্তৰ কামৰূপৰ হৰদত্ত বীৰদত্তৰ গীতটো অন্য বহু অমূল্য গীতৰ দৰে লুপ্ত হল। উত্তৰ পাৰে বৰপেটা আৰু দক্ষিণপাৰে চমৰীয়া সত্ৰ দুখনেই অসমৰ সাতামপুৰুষীয়া কৃষ্টিক বিদেশী কৃষ্টিৰে খিচিৰি হবলৈ নিদি শুদ্ধকৈ ৰাখিছিল। অসমীয়া ডেকাৰ চকু গজাৰ লগে লগে অসমীয়া কৃষ্টিৰ শুদ্ধ বীজ বিচাৰি বিচাৰি সত্ৰবোৰৰ সঞ্চিত ভঁৰালৰ পৰাহে শুদ্ধ বীজ আনিব লগা হৈছে।

১৯০৯ চনত ফুলকোঁৱৰ আৰু মণিকোঁৱৰৰ গীত দুটি শিৱসাগৰ চহৰৰ এজনা অতি বৃদ্ধা মুছলমান মহিলাৰ পৰা পোৱা। শিৱসাগৰ চহৰৰ দিখৌৰ পছিম পাৰে বহু অসমীয়া মুছলমানৰ বাস। তেওঁলোকৰ তিৰোতাসকলৰ মুখত মুছলমানী ধৰ্ম্মমূলক বহু অসমীয়া গীত মহৰমৰ সময়ত ১৯০৪ চনতে শুনিবলৈ পাইছিলো। সংগ্ৰাহকৰ চালুকীয়া বয়সত সেই ৰত্নবোৰ আহৰণ কৰিবলৈ মনত তেতিয়া খেলোৱা নাছিল।

এই ভাটী বয়সত নিচুকনিৰ সংগ্ৰাহকে অৱস্থা আৰু সুবিধাৰ অকুলনত নিচুকনিক অসম্পূৰ্ণ কৰি এৰি থৈ গল। নিচুকনিক শেষ কৰিবৰ ভাৰ অসমীয়া উঠন ডেকাসকলৰ হাতত যদি ইয়াৰ আৱশ্যকতা আছে বুলি তেওঁলোকে অনুভৱ কৰে। ইতি—

ভেৰগাঁও, ( মঙলদৈ )
দৰং ১৭।১০।৫৯

সংগ্ৰাহক
শ্ৰীযোগেশচন্দ্ৰ তামুলী



"জনা গাভৰুৰ গীত" বুলি অসমীয়াত এটি গীত থকাৰ কথা এই সংগ্ৰাহকে প্ৰথমতে ক'তো সন্ধেদ পোৱা নাছিল ; পিছত অসমীয়া যেই গীতেই হক, গোটাবৰ কাৰণে ভালেমান দিনৰ পৰা বিশেষ চেষ্টাত থকা দেখি, পিতৃদেৱে কাকজানৰ ওচৰৰ দাওদুৰ ছেখ নামৰ মৰিয়া এজনে ভালেমান অসমীয়া গীত জানে বুলি খবৰ পাই, মোক এদিন লৈ গৈ সেই মৰিয়াজনৰ লগত চিনাকি কৰি দিয়ে। তেওঁ লিখিব-পঢ়িব নজনা এজন ডেকা মানুহ ; বিয়া কৰোৱাৰ আগতে তেওঁ এই গীত শিৱ-সাগৰৰ এজন তেওঁৰ আত্মীয় বঢ়া মানুহৰ পৰা শিকিছিল। তেওঁ শিকি আহি নিজৰ গাঁৱতে কেতিয়াবা গাই মানুহৰ মনত আনন্দ দিছিল। সংসাৰী হোৱাৰ লগে লগে এই গীত আগৰ দৰে গাই আনন্দ পোৱা আৰু আনকো আনন্দ দিয়া গুণটো লাহে লাহে তেওঁৰ কমি আহিবলৈ ধৰিলে। তেওঁৰ লগত চিনা-পৰিচয় হৈ বহুত বাৰ অহা-যোৱা কৰি আৰু অলপ অৰ্থ ব্যয় কৰি তেওঁৰ জেঠেৰিয়েক শ্ৰীছেখ ৰবজানৰ হতুৱাই এই গীতটি লিখাই আনি, তেওঁৰ পৰা যিদৰে পোৱা হল ঠিক সেই দৰেই প্ৰকাশ কৰা হল। আন কৰবাত এই গীতটি জনা মানুহ আছে নে নাই কব নোৱাৰাত গীতটি মিলাই চাব পৰা নহল।

এতিয়া "জনা গাভৰু"ৱে ৰাইজৰ পৰা বিশেষ আদৰ-সাদৰ পালে, এইদৰে বিচাৰি-খোচাৰি আনি আৰু দুই এটি এনে ধৰণৰ গীত প্ৰকাশ কৰিবলৈ উৎসাহ পাম। বৰ্ত্তমান অসমৰ স্থ সাহিত্যিক শ্ৰীযুত ডিম্বেশ্বৰ নেওগদেৱৰ পৰা এই গীতটি প্ৰকাশ কৰাত বহুত সহায় পোৱা হৈছে। তেখেতৰ ওচৰত বিশেষভাৱে ধৰুৱা থাকিলো।

মেলেং
১৯২৫ চন

বিনীত
শ্ৰীৰূপেশ্বৰ দত্ত

উপহাৰ



অসমীয়া

# লোকগীতি-সংগ্ৰহ

| | | |
|---|---|---|
| প্ৰথম খণ্ড | — | নিচুকনি |
| দ্বিতীয় খণ্ড | — | টোকাৰী নাম |
| তৃতীয় খণ্ড | — | গোসাঁই নাম |
| চতুৰ্থ খণ্ড | — | আই নাম |
| পঞ্চম খণ্ড | — | বাৰমিহলি গীত |
| ষষ্ঠ খণ্ড | — | মণি-কোঁৱৰৰ গীত |
| সপ্তম খণ্ড | — | ফুল-কোঁৱৰৰ গীত |
| অষ্টম খণ্ড | — | জনা-গাভৰুৰ গীত |

## অৰ্পণ

পৰম পূজনীয়

স্বৰ্গীয় ৰাতিৰাম তামুলী পিতৃদেৱৰ

পুণ্য স্মৃতিত

ভক্তি পুষ্পাঞ্জলি

অৰ্পিলোঁ।

সেৱক

শ্ৰীযোগেশ

লোকগীতি-সংগ্ৰহ (১)

# নিচুকনি

—ঃ ধাই-নাম ঃ—

বৰ্ণনা-গীত

( কেঁচুৱা ল'বাৰ )

( ১ )

বৰচ'ৰাৰ মুখতে বকুল ফুল ফুলিছে
নিতৌ তিনিপাহি সৰে,
মইনাৰ চকুলৈ চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে !

( ২ )

ফুলি আছে গোলাপ ফুল
নেভাঙিবা ডাল,
আমাৰ বাপু বহি আছে
দেখিবলৈ ভাল।

( ৩ )

আমাৰে বোপাটি নিচেই কুমলীয়া
নিচেই কলাপাতৰ থুৰি,
পিন্ধিব নেজানে কঁকালৰ কাছুটি
বান্ধিব নেজানে চুলি।

( ৪ )

বোপাটি লাহৰী ঘিলা গ'ল বাগৰি
কিহৰে খেলাব হৰি,
মাকক খোজোঁতে ভেকাহি মাৰিলে
ক'ৰে পৰা দিম বুলি।

( ৫ )

আকাশে লম্ভিলে কলা থুৰিপাতে
পতালে লম্ভিলে চুলি,
দশো আঙুলি বোপাটিৰ জ্বলিছে
নেপূৰে ধৰিছে তুলি।

( ৬ )

ভাত খাই মইনা দোলাতে উঠিলে
পানী খাই মইনা শোৱে,
তামোল খাই মইনা সেলেঙি লাগিলে
দোলা কাতি হই পৰে।

( ৭ )

লেছেৰী লেছেৰী তামোলৰ পুলি
আহে বৰেগোহাঁই লেছেৰী কৰি,
বোপাৰে বাৰীৰে পকা কৰ্‌দই
ছকুৰি ভাটৌৱে খায়,
তাৰে এটি কোনে আনি দিব
লোহাৰে ডাঙে কোবাই।



( ৮ )

বাৰীৰে বগৰি ভাটৌৱে কুটিলে
পাইকক ৰখীয়া দিলে,
সোণৰ কাণখৰিকা বোপাটিৰ যশস্থা
উছৰ্গি ৰামে লৈছিলে।

( ৯ )

বোপাটিৰ নামঘৰ দেখোঁতে ভয়ঙ্কৰ
ন খেৰ দলিয়াই চায়,
মুগাৰ ব'টিয়াৰে খেৰৰে গোঁথনি
সৰিয়হ বাগৰি যায়।
সৰিয়হ বাগৰি মাটিতে পৰিলে
পাৰই খুটি খুটি খায়,
বোপাটিৰ হাততে সোণৰ মুঠি-ধেনু
পাৰ মাৰিবলৈ যায়!

( ১০ )

গাঁৱৰ মাজে মাজে কলা শাৰী শাৰী
বাছুলি পৰি এ খায়,
বোপাটিৰ হাততে সোণৰ কাঁৰ এপাতি
বাছুলি কঁৰিয়াই যায়।

( ১১ )

ঔ কুমলীয়া খাবকে নোৱাৰি
কটাৰী আগৰে লোণ,
বোপাটিৰ মুখলৈ চাবকে নোৱাৰি
যেন পূৰ্ণিমাৰ জোন।

( ১২ )

বোপাটি বহিছে মাকে ৰং চাইছে
পিতাকে আছিল চুপি,
বোপাটিক পিন্ধাবৰ সাজপাৰ নাইকিয়া
ক'ৰে পৰা পিন্ধাম টুপী।

( ১৩ )

বলিয়া হাতীতে কলীয়া উঠিলে
যায় হাঁহি মাৰি গুচি,
গধূলিগোপালে সন্ধিয়া হাঁহিলে
কঠালে পেলালে মুচি।
কলৈ যাব কলীয়া গধূলি বেলিয়া
মাৰকো নোবোল আই,
অ'ত গৰু মহ হেদাণ্ডি মেলিলি
ৰুক্মিণীৰ বাতৰি পাই।

( ১৪ )

লাও কলি কলি
জিকা কলি কলি
মইনাই ভাত খালে বৰ-পীৰাত বহি।
মইনাই ভাত খালে ককায়েকে চক,
মাহীয়তী পেহীয়তী ঠেং তলে যক।

( ১৫ )

হাতলই কি চাবা হাতী-শুঁৰে যেন
ভৰিৰে কি চাবা গোট,
মুখলই কি চাবা পূৰ্ণিমাৰে চন্দ্ৰ
হৰিণাৰে চকুগোট।



হাতৰে আঙুলি লোহোৰালোহোৰি
ভৰিৰে আঙুলি ঘন,
কোন দৈৱকীয়ে সুপুত্ৰ তুলিলে
চাই থাকিবৰে মন।

( ১৬ )

বাৰতে বগালে জয়ন্তী পৰুৱা,
বগায় চোমগছত মুগা,
আমাৰে মইনাই ৰণলৈ ওলাইছে
সজাই এ পবলা ঘোঁৰা।

( ১৭ )

ৰূপহী মঁদাৰে চুপহি পেলালে
পলাশে পেলালে কলি,
কোন বিশ্বকৰমে সাঁচত ঢালিএ
থইছে সোণৰে ঢাকি।

( ১৮ )

জোন কাকা এ! আহ, আহ,
ভাত দিম, মাছ দিম।
চাঙৰ তলত বাহা দিম
( আমাৰ ) বাপাৰ মূৰত টুপুতকৈ পৰ।

( ১৯ )

বাপা এ! নোলাবি বাতি,
বাটতে জ্বলিছে যোল্লটা বাতি
বাতি জ্বলক বন্তি জ্বলক
পোহৰ নহয় ভাল,
বিয়াৰ সময় মহলা দিলি
পোহৰ হ'ব ভাল।

( ২০ )

আমাৰ বাপু সৰু ছলি
পাতত নেখাই ভাত
বাপেক গৈছে কাঁহী গৰাবা
ছয় মাহৰ বাট ।

## বৰ্ণনা-গীত

( কেঁচুৱা ছোৱালীৰ )

( ২১ )

আইকণৰ মহুৰা কোৱাই লই গ'ল
কোনে আনি দিব পাৰে,
আইকণৰ মোমায়েক দীঘলে ডাঙৰে
সেয়ে আনি দিব পাৰে ।

( ২২ )

কলিয়াবৰৰে ক'লাকৈ তামোলে
তেজপুৰ জিলাৰে পাণ,
নগাও জিলাৰে শিলচূণ আনাগৈ
আইদেউৰ পৰি যাওক ৰাং ।

( ২৩ )

আমাৰে আইকণ নিচেইকই আজলী
মাতিব নেজানে একো,
হালেঁাতে-জালেঁাতে কৃষ্ণায়ে দেখিলে
দিলে হেঙুলীয়া মাকো ।



( ২৪ )

আইটীৰ আঁচলতে আছে পটাগুটি
আইটীলৈ দৰা পাইছে নাযায় কৰিব কি ?
ধোবাই ধোৱা কাপোৰখনি
লেজুতে শুকাল,
আমাৰ আইটীৰ কঁকাল সৰু
মুঠিতে লুকাল ।

( ২৫ )

আহুধানৰ মাজে মাজে কৰৈ কাঠৰ মূঢ়া
আইটীলৈ দৰা পাইছে বাপেকতকৈ বুঢ়া ।
কোমল কইনা বুঢ়া দৰা, কথাৰ নেপাওঁ সাঁচ,
পকা ডাঢ়িত লাগি আছে এশ মিছা মাছ ।

( ২৬ )

একাঠু পানীত পদুম ফূল ফুলিলে
মেলিব নোৱাৰে পাহি,
আমাৰ আইটী নিচেই কুমলীয়া
মুখতে মিচিকি হাঁহি ।

( ২৭ )

আইটী ! আইটী ! মাৰে মাতিছে,
সোণৰ খৰিকাৰে বনমালা গাঁথিছে ।

( ২৮ )

বাৰীৰে বগৰি মৰিব খুজিলে
কৰুৱাই মৰুৱাই জীলে,
আমাৰ আইদেউক নিঠুৰ দেউতাকে
দূৰণি ৰাজ্যলৈ দিলে ।

( ২৯ )

চৰাইৰ নাও শৰালি,
মাছৰ নাও ববালি,
সাপৰ নাও পানীমৰলী
বাপেকৰ চ'ৰাত আইকণ বহি আছে
ওপৰে সোণৰ মাৰলী।

( ৩০ )

ই বোলে চণ্ডিকা সি বোলে চণ্ডিকা
চণ্ডিকা গুণৰে নিধি,
বাপেকৰ চ'ৰাতে চণ্ডিকা বহিছে,
সোণৰে গলপতা পিন্ধি।

( ৩১ )

ঔ ফুল ফুলিলে
জগতে জানিলে
খোপাৰ ফুলেধাৰি ৰঙা,
আইটীৰ বিয়াতে
ৰঙা ৰ'দ ওলালে
বাপেকে খুজিলে থঙা।

( ৩২ )

আইটীৰ চোতালত কলা-পাতৰ ৰভা,
আইটী নোলাই মানে নুশুৱায়ে সভা।

( ৩৩ )

চৰাই ধানে খালে চটকে চটকে
উফৰি পৰিল কণ,
মাক নাইকিয়া মাউৰী ছোৱালী
কোনেনো শিকাব বন!



( ৩৪ )

আজিৰো মাইচানা কালিৰো মাইচানা
মাইচানা তিয়ঁহৰ জালী
আজিকালি কৰি মাইচানা ডাঙৰ হ'ল
বিবাহৰ বাতৰি পালি।

( ৩৫ )

আবেলি বেলিকা জিকাফুল ফুলিছে
মাৰে মোৰা মাছে জঁাকি,
গধূলি বেলিকা আইটী ওলাইছে
আনন্দে নধৰে আজি।

( ৩৬ )

আই তেজামলা এ!
খৰিকা জহাৰে ভাত ৰান্ধিছো খাহি আহ।
নাখাওঁ, নাখাওঁ ভাত মই এ,
পেটেও নাই ভোক,
মনেও নাই সুখ,
আগদুৱাৰে ওলাই চা হাতী-ঘোঁৰাৰ লোক।
হাতী-ঘোঁৰাৰ মাজে মাজে তাম পিতল বাজে,
আই তেজামলাক নিবলৈ হাতী-ঘোঁৰা-সাজে।

## নিচুকনি-গীত

( কেঁচুৱা লবাব )

( ৩৭ )

বোপাটি কান্দিছে, মাকে ভাত ৰান্ধিছে
ওলাব নিদিয়ে ধোঁৱা,
হাতে কলা দিয়ে ভুকুকাই আনিছে
বোপাটিৰ মুখলৈ চোৱা।

( ৩৮ )

বোপাটি কান্দিলে টোপোলা বান্ধিলে
মোকো লৈ যোৱা বুলি,
উলটি বায়েকে ভেকাহি মাৰিলে
মোৰ লগত নাহিবি বুলি।

( ৩৯ )

বোপাটি কান্দিলে উচুপি উচুপি
মাকৰ মুখলৈ চাই,
মুখত হাতে ফুৰায় মাকে নিচুকাই
চিকোণে বোপাটিক পাই।

( ৪০ )

নেকান্দ মইনা
পাবি, পাবি, পাবি,
বাপেৰ গৈছে কলা ৰুব
থোক মেলিলে খাবি।



( ৪১ )

মইনাই কান্দিছে তোহা তোহা কৰি
গাখীৰ দিওঁ, কল দিওঁ খা,
মাৰ গৈছে মূৰ গা ধুবলৈ
এফেৰি বাটলৈ চা।

( ৪২ )

গাতে চপৰিয়াওঁ মই মাকে নিচুকাওঁ
বোপাটি এফেৰি শোৱা,
কাবৌকৈ মাতিছোঁ চৰণত ধৰিছোঁ,
ৰোহ-বেজাৰ কাতিকৈ থোৱা।

( ৪৩ )

বাৰীতে খান্দিলে কুঁৱা হৰি, হৰি
বাৰীতে খান্দিলে কুঁৱা,
আমাৰ মইনাই কান্দিব লাগিছে
জলপান নিদিলে পুৱা।

( ৪৪ )

কোনে আনি দিব লোণে আমলখু,
কোনে আনি দিব জবা,
কোনে নিব পাৰে আমাৰে বোপাটিক
মাকৰ কোলাৰে পৰা।

( ৪৫ )

ভেকুলীয়ে কৰিলে ব্যোং ব্যোং
বোপাটিয়ে কৰিলে তোহা,
বোপাটিৰ মাক লৰি আহাঁ।
বোপাক পিন্ধাই দিয়াহি
শিংখাপৰ চোলা।

( ৪৬ )

ভালুকে খান্দিলে মাটি ঔ মাটিৰাম
ভালুকে খান্দিলে মাটি,
আমাৰে বোপাটি কান্দিব ধৰিছে
মাকক আনাগৈ মাতি।

( ৪৭ )

কাষত পুথি-পাঁজি মূৰত ছাতি-জাপি
বাপু যায় বৰাগী হই,
আমাৰ মইনা নাকান্দা নাকাটা
বিয়া দিম পৰশুলৈ।

( ৪৮ )

ধেনু চাৰি মইনা মোৰ গুচাইলেক আঁট,
ৰ'দ পাই জিলিকিলে কালী সোণৰ দাঁত।
দধি থৈছোঁ দুগ্ধ থৈছোঁ আৰু থৈছোঁ লাৰু,
শুবৰ শয্যা পাৰি থৈছোঁ, তাতে থৈছোঁ গাৰু।

( ৪৯ )

যশোদা মাও! মথনি থোৱা,
কৃষ্ণই কান্দিছে কোলাতে লোৱা।

( ৫০ )

শিয়ালী এ! নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি।
শিয়ালীৰ মূৰতে মকুৰা ফুল,
শিয়ালী পালেগৈ ৰতনপুৰ।



( ৫১ )

বতাহতে হালেজালে চন্দনৰ চ'ৰা
শৰাইতে বাগৰি কান্দে—
আইদেউৰ লৰা।

( ৫২ )

আমাৰে বোপাটি, খাব এ, শুব এ,
কোলা পাই ঘুমটি যায়,
বোপাটি নুমলী কল খায় উমলি
পাটী পাই টোপনি যায়।

( ৫৩ )

কাণকাটী এ! নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি;
আমাৰ মইনা শুব এ—
এতিয়াই গৰু লই যাব এ।

( ৫৪ )

আমাৰ মইনা শুব এ,
বাৰীতে বগৰি ৰুব এ,
বাৰীৰে বগৰি পকি সৰিব
মইনাই বুটলি খাব এ।

( ৫৫ )

লাই হালেজালে আবেলি বতাহে
লফা হালেজালে পাতে,
আমাৰ মইনা হালিছেজালিছে,
কালি দুপৰৰে ভাতে।

( ৫৬ )

পালেঙৰ ওপৰত তুলি তলতপৰা
শিতানত দিছোঁ মই গাৰু,
মোৰ মইনা তাতে গৈ, শোৱাগৈ কাতি হৈ
দিমে মই সবাহৰ লাৰু।

( ৫৭ )

উচুপি উচুপি নাকান্দা বোপাটি
মই দুখ পাইছোঁ বৰ,
এফেৰিমান শোৱা, মোৰ সোণামুৱা!
তেনেই পৰি আছে বাহী ঘৰ।

( ৫৮ )

বাপুকণ ধুনীয়া পাটৰ চুৰিয়া
মূৰত হেঙুলীয়া ছাতি,
বাটৰ বাটৰুৱাই বৈ বৈ সুধিলে
কোন বিষয়াৰ নাতি।
নাতিৰে নাতি জপনাৰ কাঠী
লৰালে মাখুন্দী হাতী,
আমাৰ বাপু শুইছে গধূলি বেলিকা
নাহিবি কাণকাটী ৰাতি।

## টোপনিৰ গীত

**( কেঁচুৱা ছোৱালীৰ )**

( ৫৯ )

আমাৰ আইটী শুব—
বাপেক আহি কলা কৰ,
থোক মেলিলে খাব।



( ৬০ )

লাহৰী হাটৰে লাৰুহে বিৰহী,—
লাহৰী হাটৰে লাৰু,
আমাৰ মাইচানা হালিছে জালিছে
হাতত নাইকিয়া খাৰু।

( ৬১ )

গা হেলিমেলি কৰিছে আইদেউৰ
হ'ল শয়নৰে বেলি,
চকু তিৰেবিৰে কৰিছে আইদেউৰ
লোৱাহি পাটীতে লেটি।

## নচুৱা গীত

( ৬২ )

নাচনী মৈৰা ডালত,
পাট-কাপোৰখন শালত,
মাইচানাৰ মাক ওলাই-আহঃ
—মাইচানাৰ মাক ৰান্ধনীশালত।

( ৬৩ )

অ'ই ধিতোঁ, ধিতোঁ,
কোনে পতিয়াব নিতোঁ নিতোঁ ;
এ আই ধিতোঁ তৰা,
কোনে পতিয়াব কোৰাই গঢ়া।

( ৬৪ )

বৰটো মোমাইৰে চ'ৰা,
সৰুটো মোমাইৰে চ'ৰা,
আটাই সৰু সৰু লৰা,—
মাণিকী উ বাই—
মধুৰী উ বাই—
এইখন বোলে দেৰী তৰা।

( ৬৫ )

ঐ আই! ধিতৌ তৰা,
জাপ মাৰি দেৱালোঁ তাঁত্ৰাৰে বেৰা।
মান আহি পালে—হীৰাপাৰা।
জঁপিয়াই, জঁপিয়াই লৰৰ ধৰা,
গলৰ তলতে খোপা বন্ধা।

( ৬৬ )

ঐ আই! ধিতৌ তৰা,
খাৰী নাকী ছোৱালীৰ পেটুৱা দৰা।
মণি নাই, খাৰু নাই, কিহৰ দৰা?
ঐ আই! ধিতৌ তৰা।

( ৬৭ )

জোনাবাই আগৰে একেটি তৰা,
আঢ়ে বিয়া দিলে গঁঠিয়া দৰা,
এৰেৰে তেৰেৰে বাবৈ পখিলা,
আমাৰ বৰককাইক ক'তে দেখিলা?
দেখিলোঁ দেখিলোঁ বাটত যাওঁতে
ৰঙাকই হাঁচটিৰ তামোল খাওঁতে।



( ৬৮ )

ধূল্লে, ধূল্লে, বাৰীৰ বেঙেনা ফুল্লে—
হাতীয়ে মাৰে লাথি, মইনা হ'ল কাতি,—
কান্দি উঠিল কেকোৰা দোলা,
মোমাইৰ ঘৰলৈ গুচি গ'লা।
মামীয়ে ৰান্ধিলে ভাত,
মোমায়ে দিলে পাত—
পাত গ'ল ওঠৰ হাত।

( ৬৯ )

ধিতিক্ তিক্ আতিক্ তিক্
তিতা কলি,
ধৰিবান্ধি বিয়া দিম
খিতাপ্ কৰি।

( ৭০ )

কাতি দৌল কাতি
ওপৰতে ছাতি,
ধৰম ৰজা বহি আছে
কোনে ধৰিব বাতি।

( ৭১ )

কপৌটি এ! মোৰ তালৈ যাবি,
লোণে-ভাতে সানি দিম
ডালত পৰি খাবি।
ডাল-ডুল ভাঙি তই
ভুৰুট্ মাৰি যাবি।
আমাৰ আইটীক থপিয়াই নিবি।

( ৭২ )

ধিন্দৌ দৌ আলনি
কাকবাঁহৰ চালনী,
সৰে বহি সাজেপাৰে
বোপাটিৰ গা কিবা কৰে।

( ৭৩ )

ধিন্দৌ মালী—
বান্দৰ পোৱালি,
বাঢ়ৈটোকাই লই যায়
টিকা জোকাৰি।

( ৭৪ )

ধিনিকি ধিন্দৌ-দৌ
মাণিক কপৌ
ককাই নৌ ওপজোঁতেই
তিনিজনী বৌ।

( ৭৫ )

ধুল্লে, ধূলা লাগি পৰে
ধূলা লাগিল গাত
আইকণ নাচে পাক দি তাত।

( ৭৬ )

মোৰ বোপাই ৰগুৱা
গোসাঁইৰে বন্ধুৱা,
ঈশ্বৰে কৰিলে দয়া—
বোপাকণৰ হ'ব বিয়া।



( ৭৭ )

ৰ'দালি এ! ৰ'দ দে,
বৰপীৰা পাৰি দিম, সৰুপীৰা পাৰি দিম
তাতে বহি ৰ'দ দে।
ৰ'দালি মাকৰ কুট্‌কুৰা চুলি
কাহানি পামগৈ বৰদোৱাৰ গুৰি।
বৰদোৱাৰ গুৰিতে আধাখুন্দা খালে,
শহুৰৰ পুতেকে নাও মেলি দিলে।
নাৱে কৰে তুল্-বুল্
ব'ঠাই কৰে হেলা
আইকণে পিন্ধিছে পাটৰ মেখেলা।

( ৭৮ )

ই ঘৰৰ মেকুৰী সি ঘৰে যায়
কলীয়া মেকুৰী দুধে-ভাতে খায়।
লাই বটোঁ, বেহাৰ বটোঁ
আমাৰ বাপাৰ
শাহুৱেকৰ নাকে-চুলি জপাই কাটোঁ।

**মুখভঙা গীত**

( ৭৯ )

চিলাই নিয়ক, বিলাই নিয়ক,
আমাৰ বাপা ডাঙৰ দীঘল হক্।
চিলাই নিয়ক বিলাই নিয়ক
আমাৰ বাপাই আঁঠু লওক্।

## চুলি-আঁচোৰা গীত

( ৮০ )

চিলনীয়া এ! বিলনীয়া
আমাৰ আইৰ চুলি বঢ়াই নিয়া।
চুঁচি-মাজি দিওঁ মই,—
চুলি বাৰ হতীয়া হবি তই।

## হাঁহি-তোলা গীত

( ৮১ )

বৰ ঘৰৰ মেও, সৰু ঘৰলৈ যায়
ঢাকোন পেলাই পঁইতা খায়
ভাকুট্ কুট্ কুট্।

## মিহলি গীত

( ৮২ )

একে লগে একে সঙ্গে আছিলোঁ উমলি,
আমাক এৰি কলৈ গ'লা ক'শল্যা সুন্দৰী।

( ৮৩ )

কচুপাতৰ পানী টোপা টল্‌বল্ কৰে
বত্ৰিছ হেজাৰ অলঙ্কাৰ হৃদয়ত জ্বলে।

( ৮৪ )

চাই আছিলোঁ ৰাম-সীতা কেনে সৰু
বতাহতে হালেজালে হৰব ডম্বৰু।



( ৮৫ )

কলিয়াবৰৰে দীঘল জলকীয়া—
তললই মেলিলে শিয়া,
আইদেউৰ দাদাকে শপত খাই আহিছে
বহাগত দিবহি বিয়া।

( ৮৬ )

লাই মাজে মাজে লফা ডালি ডালি
শালিকাই খুচৰি খায়,
লাই-বৰবকুৱাৰ অকণি আইদেউ
খোপাতে এতোলা যায়।
খোপাতে এতোলা ৰিহাত তিনি তোলা
মেখেলাত বদলা দিয়া,
আইদেউৰ সন্তাপত ফুকন ৰোহেঘৰত—
কালি পৰশুলৈ বিয়া।

( ৮৭ )

আবেলি বেলিকা বতাহ-বৰষুণে
সাতো সাগৰে ৰেৱা,
পাৰোঁ নে নোৱাৰোঁ ভৰষা কৰিলোঁ
তথাপি মাৰিলোঁ খেৱা।
নাও শালকাঠৰ থোৰালি মহুৰা
শিলা দিলে তাতে ভৰা,
থাউনিৰে পৰা প্ৰভু এথাউনি
বন্ধু হাতে মেলি ধৰা।

( ৮৮ )

মেঘে কৰে ওমাগো মা
শুঁৰে ঢালে পানী
আজি প্ৰভু ৰক্ষা কৰা
দেৱে মাৰে হানি ।
খোপা ডাঙৰ, খোপা সৰু, খোপাতে মকুৰা
খোপা দেখি ভোলে গ'ল হাজাৰী বকুৰা ।

( ৮৯ )

দ পথাৰৰে মাগুৰ মাছ হাল
সোণৰে মৈদাত বাছোঁ,
কিলিঙৰ মুখতে ৰান্ধিলোঁ বাঢ়িলোঁ
সোণৰে কাঁহীতে খালোঁ ।
কলমৌ পাতৰে নাও সাজি ললোঁ
ইকৰা পাতৰে ব'ঠা,
অকল ৰামচন্দ্ৰই কি যজ্ঞো পাতিছে
লগত নাই সাৰথি সীতা ।

( ৯০ )

কি চৰাই আৰাও কৰে জাৰণিত পৰি,
কাণ পাতি শুনি থাকা ৰামৰ পটেশ্বৰী ।
পটেশ্বৰী নবহিলে তলে ধূলি-মাটি,
পিতায়েকে আনি থৈছে বঙলুৱা পাটী ।
বঙলুৱা পাটী পাৰি বহিছে বহিলা,
উৰোঁ উৰোঁ কৰে হংস, সোণৰে পখিলা ।
সোণৰে পখিলাযুৰি টেমাত থলে ভৰি,
আমাৰ লগৰ লীলাৱতীক নিলে বিয়া কৰি ।



( ৯১ )

চাউল চালিবৰ ৰূপহী চালনী
বহি জাৰিবৰে কুলা,
জীয়াৰীৰ ধনেৰে কিনো দৌল বান্ধিলা
উৰি যায় শিমলু তুলা ।
আয়ে চাউল চালে চালনী মুখুৰে
বোপাইৰ তামোল কটা সৰু
সৰুটো ভায়েকে ধৰম বিয়া দিলে
লগতো নিদিলে গৰু ।

( ৯২ )

ৰামৰ বৰণ শ্যাম তনু দিগম্বৰ বেশ,
পিঠিত পৰিয়া আছে আউলবাউল কেশ ।
চাৰুচন্দ্ৰ ৰামৰ বৰণ, জ্বলে অলঙ্কাৰ অতি,
জকমক পাটৰ পিন্ধে ৰত্নৰ মালতী ।
শান্তী সীতা বহি আছে, দোঁৱাই আছে মাথ,
জানো ধনু ভাঙিব নোৱাৰে প্ৰভু ৰঘুনাথ ।

( ৯৩ )

কলীয়া তুলসীতলে মৃগ-পহু চৰে,
তাকে দেখি ৰামচন্দ্ৰই শৰ-ধনু ধৰে ।
নধৰিবা শৰধনু ৰজাই দিছে হাক্,
সুবৰ্ণৰে মালা আনি বৰিব তোমাক ।
ৰাম ৰজা, ঋষি ৰজা জনক ৰজাৰ জী,
বাপেক ৰজাই বিয়া দিছে অলঙ্কাৰ দি ।
তিলে-ফুলে উছৰ্গিলে জনকৰ নাথে,
উছৰ্গি সীতাক দিলে ৰাঘৱৰ হাতে ।

( ৯৪ )

মোকে প্ৰাণ দিয়া গুৰু ! মোকে প্ৰাণ দিয়া
দ্বাৰকাৰে পৰা কৃষ্ণাইক আনি দিয়া
পূৰাওক মোৰ হিয়া।
দেশান্তৰী ভাবে কৃষ্ণাইক ভজিলোঁ
বালেক কালৰে পৰা,
ভাই দুৰাচাৰে বিঘিনি ঘটালে
জীৱন্ততে হলোঁ মৰা।
ৰজা শিশুপাল ভৈল যমকাল
ভাই হ'ল কালৰ বৈৰী,—
সত্যে সত্যে কৰি তিনি সইত কৰিলোঁ
ছাঁয়াতো নিদিও ভৰি।
চন্দ্ৰৰ বিহনে নপুহায় ৰজনী—
সূৰ্য্যৰ বিহনে দিন
কৃষ্ণৰ বিহনে নৰহে জীৱন
অগ্নিতে জীৱন দিম।

( ৯৫ )

মদনমঞ্জৰী সখী লীলাৱতী—
যায় বেদনিধিৰ কাষে,
দৈৱকীনন্দনে আহোঁতে আহিব
পূৰ্ণচন্দ্ৰ হেন মুখে।

( ৯৬ )

সখী সৱ সঙ্গে চলিলা ৰুক্মিণী
বিবাহ-মন্দিৰ মাজে,
মৃগীৰ চাহনে হংসৰ গমনে
ৰূপে শশধৰ লাজে।



( ৯৭ )

পাটীত বহি ঊষা মূৰ্চ্ছা গ'ল—এ
সখীত শোধে যুগুতি,
কামদেৱৰ পুত্ৰ গোৱিন্দৰে নাতি
আনি দিয়া প্ৰাণসখী !

( ৯৮ )

পাটীত বহি সীতা কাটে সৰু সূঁতা
ৰামলই ৰহিলা চোলা,
ৰহিলা চোলাতে হালধি লাগিলে
ধোবালই বতৰা দিয়া।
ধোবালই বতৰা দিমে কেনে কৰি
ঘাটোৱাই নকৰে পাৰ,
গাঁথিৰে আধলি দিবা দলি মাৰি
ঘাটোৱাই কৰিব পাৰ।

( ৯৯ )

ইটাৰ গড়ে মাৰি সীতাই তুলা ধুনে
কোনে জুমাজুমি কৰে,
সীতাৰ পৰিয়ালে জগত জুৰি আছে
ৰামৰ হৈ মাতিব কোনে ?

( ১০০ )

আইটীৰ বাৰীতে তগৰ ফুল ফুলিলে
মলীয়াই গাঁথিলে মলা,
সোণৰ শৰাই লৈ প্ৰভুদেউক আনাগৈ
দ্বাৰকা নগৰৰ পৰা।

( ১০১ )

লাওপাত কজলা বাপুদেউ অজলা
কতক মেলে পাতি থাক ;
চোতালৰ শেলুৰৈ জিতিলা মেলুৰৈ
ৰণত জিতি নিবা কাক ?

( ১০২ )

আকাশে-পতালে লজ্জি আহিছে
বেৰত ৰজাৰ জী ;
দাদা বলোভদ্ৰই হেঁচা দি ধৰিছে
মূৰতে নাঙলটো দি ।

( ১০৩ )

চৰাইৰ চিকোণ তেলীয়াসাৰেং
মাছৰ চিকোন মালী,
স্বৰ্গদেৱ চিকোণ কেকোৰা দোলাখন
শুৱায় গজপুৰৰ আলি ।

( ১০৪ )

আম মলে খোপাথুপি, কদম মলে হালি,
বেইৰ মাজত পদ্ম জ্বলে, মেঘে ঢালে পানী ।

( ১০৫ )

উজনিৰ নামেঘৰ দেখোঁতে ভয়ঙ্কৰ
কলীয়া তুলসীৰে খুটা,
এপিনে বহিছে ৰামে-লক্ষ্মণে
এপিনে বহিছে সীতা ।



( ১০৬ )

মোৰ বোপাই লাহৰি,
নাপায়চোঁ আহৰি
বৰা জুৰিছোঁ আহু
সেই বৰা বানি
খুন্দি পিঠাগুৰি
বাপালই লই যাম লাৰু ।

( ১০৭ )

আবেলি বেলিকা ঘাটলৈ নেযাবা
ঘাটতে গধূলি হব,
চিলাই থাপে মাৰি মঁদাৰত তুলিব
বুঢ়ীমাৰ বাউলী হব ।

( ১০৮ )

সৰুতে সৰু ৰাম গৰু ৰাখিছিলা
সঙ্গ পাই গঙ্গালই গ'লা,
মাতৃক পুহিবৰ একো চিন নেপালোঁ
বৰ হৈ খিতিঙা হ'লা ।

( ১০৯ )

বাপাৰ বাৰীৰ মধুসোলেঙ ছাগে বেঢ়ি খায়,
বাপাৰ বায়েক লীলাৱতী শহুৰীলৈ যায় ।

( ১১০ )

মাৰাৰ আছিলা লাচনি
বাপেৰাৰ পাচনি ধৰা,
ভায়েৰাৰ আছিলা সমান ভাগে খোৱা
পালাগৈ শুৱনি দৰা ।

( ১১১ )

আমি তিনি ভনী তিনটি যঁতৰে
আয়ে সৰু সুঁতা কাটে,
আমি তিনি ভনী যাওঁ তিনি ঘৰে
আয়ে ৰাও পাৰি কান্দে।
আয়ে যে কান্দিছে পেটৰে যতনত
বোপায়ে কান্দিছে কিয় ?
যদিহে পিতাদেউৰ মৰমে আছিলে
সৰুতে বেচি খালা কিয় ?

( ১১২ )

কালি এতেবেলি অ' চন্দ্ৰাৱলী !
বহি বৈ আছিলা তাঁত,
আজি এতেবেলি অ' চন্দ্ৰাৱলী !
অগনি জ্বলিছে গাত।

( ১১৩ )

আইটী নাযায় এ, কোৱাগৈ বুজাই এ
লাগে গুটিফুলৰ বিহা,
আনা চুলিত ধৰি দিয়া আগে কৰি
বলেৰে দিয়াহি বিয়া।

( ১১৪ )

চালত কান্দিছে লেতাই এ চেৰেকী
মাৰলত কান্দিছে মাকে,
সমাজৰ মাজতে কান্দিছে পিতাদেউ
কেলেইনো তুলিব লাগে !



( ১১৫ )

নেকান্দিবা সৰুআইটী নিছিঙিবা মণি,
সত্যে সত্যে বিয়া দিম মাধৱক আনি।

( ১১৬ )

নেকান্দিবি নেকাটিবি, নকৰিবি ৰোষ,
সত্যে সত্যে গুণৱতী ! এৰি নেযাওঁ তোক।

( ১১৭ )

ৰভাৰ ওপৰে কৰ্পো ফুল ফুলিলে
নিয়ৰে ধৰিছে ছাটি
হিয়াই হিয়াই আজি অমৃত বৰষিছে
যাম এ কোন সতে এৰি !
আইকণ বহিছে দলদোপ কৰিছে
সখীয়েকে বহিছে জ্বলি,
এফালে দদায়েক এফালে মোমায়েক
আছে সৰে ধেনু ধৰি।

( ১১৮ )

এক লাখ ৰূপৰে তুলি-তলিছা
দুই লাখ ৰূপৰে গাৰু,
তিনি লাখ ৰূপতে আইটী বহিছে
কোনে বুলি যাব সৰু।

( ১১৯ )

ৰাম যায় ৰণলই সীতাই লগে ধৰে
"মোকো নিয়া প্ৰভু ৰণে।"
"নেলাগে যাবলই জনকৰ জীয়াৰী
মৃগ মাৰি আহোঁ বনে।"

( ১২০ )

গা চাই গামোচা     আনাগৈ ঘুনুচা
ককাল চাই আনাগৈ চুৰিয়া
মুখে চাই আৰ্চী     আনাগৈ ঠানচী
ঘটৰ ফোট লব পায় ধুনীয়া।

( ১২১ )

"তিতা তিয়নি     ডেকাদেউ শুৱনি
চুৰিয়া নসলায় কিয় ?"
"পিতলৰ শৰাইতে     চুৰিয়া থৈ আহিছোঁ
জোগান বা নধৰে কিয় ?"

( ১২২ )

তেলে চিকেমিকায় চিকোণে প্ৰভুদেউ
গলে চিকেমিকায় মণি,
মুঠিৰে ভিতৰত কিহে চিকেমিকায় ?
—হেঙুল হাইতালৰ ফণি।

( ১২৩ )

কেশ মেলাই চুচি পেলাই কেশত লাগিল গাঁথি
খনিকৰে সজা ফণি     গোটেই ৰঙা কাঠী।

( ১২৪ )

কোৰাতকৈ বাতৰি     দিলাহে আইটী
চিলাতকৈ বাতৰি দিলা,
মাৰাৰ ঘৰতে     কিনো ছুখে পালা
আমাকে নমতা হ'লা ?



( ১২৫ )

আলিয়ে নেযাবা আইকণ লাহৰী
পথাৰে নেযাবা বোকা,
দূৰৈ হে নেযাবা চৰাই হালধীয়া
ৰাৱণে হৰিব সীতা।

( ১২৬ )

ওপৰে উৰি গ'ল খঞ্জন চৰাইটি
তললই মেলিলে ফিঁচা
জোৰোণত পিন্ধালে এৰীয়া মেখেলা
সমাজত কৰিলে মিছা।

( ১২৭ )

টেমী পৰিলে     জনকাই উঠিলে
কটাৰী পৰিলে ধাৰে,
যোৰৰো নহলা     জোখৰো নহলা
কেলেইনো তুলিলে মাৰে ?

( ১২৮ )

তেলত বন্দী হলে তেলিনীপকুৱা
শালত বন্দী হল হাতী,
মকৰাজালতে কৃষ্ণাই বন্দী হলে
নুপুৱায় কালিন্দী ৰাতি।
তেল কাটি আনাগৈ তেলিনীপকুৱা
শাল কাটি আনাগৈ হাতী,
মকৰাজাল কাটি আনাগৈ কৃষ্ণাইকে
পুৱাই যাওক কালিন্দী ৰাতি।

---

# গৰখীয়া নাম

( ১ )

জোনাবাই এ! বেজী এটি দিয়া।
"বেজীনো কেলেই, কেলেই ?"—মোনা সিবলৈ।
"মোনানো কেলেই, কেলেই ?"—ধন ভৰাবলৈ।
"ধননো কেলেই, কেলেই ?"—হাতী কিনিবলৈ।
"হাতীনো কেলেই, কেলেই ?"—উঠি ফুৰিবলৈ।
বাঁহৰ মূঢ়া,
বগৰিৰ গুৰা,
সৌটো আহিছে চকু চেলোৱা বুঢ়া।

( ২ )

"অ' ফুল! অ' ফুল! নুফুল কিয় ?"
—"গৰুৱে যে আগ খায় মইনো ফুলিম কিয় ?"
"অ' গৰু! অ' গৰু! আগ খাৱ কিয় ?"
—"গৰখীয়াই যে মোক নেৰাখে আগনো নেখাম কিয় ?"
"অ' গৰখীয়া! অ' গৰখীয়া! গৰু নেৰাখ কিয় ?"
—"ৰান্ধনীয়ে যে ভাত নিদিয়ে গৰুনো ৰাখিম কিয় ?"
"অ' ৰান্ধনী! অ' ৰান্ধনী! ভাত নিদিয় কিয় ?"
—"খৰিকটীয়াই যে খৰি নিদিয়ে ভাতনো দিম কিয় ?"
"অ' খৰিকটীয়া! অ' খৰিকটীয়া! খৰি নিদিয় কিয় ?"
—"কমাৰে যে দা নিদিয়ে খৰিনো দিম কিয় ?"





"অ' কমাৰ! অ' কমাৰ! দা নিদিয় কিয় ?"
—এঙাৰকটীয়াই যে এঙাৰ নিদিয়ে দানো দিম কিয় ?"
"অ' এঙাৰকটীয়া! অ' এঙাৰকটীয়া! এঙাৰ নিদিয় কিয় ?"
—"কাটি থৈছোঁ বৰগছ নুশুকায়নো কিয় ?"
"অ' বৰগছ! অ' বৰগছ! নুশুকাৱ কিয় ?"
—"মেঘে যে বৰষুণ দিয়ে মইনো শুকাম কিয় ?"
"অ' মেঘ! অ' মেঘ! বৰষুণ দিয় কিয় ?"
—"ভেকুলীয়ে যে টোৰটোৰায় মই নবৰষিম কিয় ?"
"অ' ভেকুলী! অ' ভেকুলী! টোৰটোৰাৱ কিয় ?"
—"বোপা-ককাৰ সহজ মই এৰিমেই বা কিয় ?"

( ৩ )

"বুঢ়ীআই এ! কৰাই ভাজি দিয়া খাওঁ,
হেটুলুকা পাতেৰে নাও সাজি দিয়া
বাঘ মাৰিবলৈ যাওঁ।"
—"বাঘকো মাৰিলা, ভালকে কৰিলা
দেহলৈ আনিছা কি ?"
"দেহলৈ আনিছো পাৰলী ঘোঁৰাটো
সোণৰে শিকলি দি।
"সোণৰে শিকলি, ঘনে ঘনে মুকলি
মোমাই বৰবৰুৱাৰ জী,
"মোমাই বৰবৰুৱাৰ সাতজনী তিৰোতা,
তাৰে সৰুজনী কাজী।
"তাইৰে জীয়েকক আনিব খুজিলোঁ,
মাটিৰে মিৰ্দং সাজি,
"মাটিৰে মিৰ্দং ঠুনুৰাই ভাগিলে,
মোমাই বৰবৰুৱাৰ জী।"

( ৪ )

"ডালিম ! ঐ ডালিম ! আমালৈ আনিছা কি ?"
—"আনিছো, আনিছো, বগুৰা ঘোঁৰাটো
ডিঙিতে শিৰ্‌কলি দি ।
—"শিৰকলি, মিৰকলি, তামে নাৰিকলি
ঘাঁহীয়ে জোগালে ঘাঁহ,
—"ছকুৰি ঘাঁহীয়ে জোগাব নোৱাৰে
পানীতো নচৰে হাঁহ ।
—"ইপাৰে বান্ধিলে গাইলৈ দামুৰী
সিপাৰে বান্ধিলে হাতী,
—"হাতীৰে ওপৰত কোনে কাঁহে কোবায়
মোমাই বৰবৰুৱাৰ নাতি ।
—"মোমাই বৰবৰুৱাৰ সাতজনী তিৰোতা
তাৰে সৰুজনী কাজী,
—"কাজীৰে জীয়েকক আনিব খুজিলোঁ
মাটিৰে মিৰ্‌দং সাজি ।
"মাটিৰে মিৰদং ঘিটিৰাই উঠিলে
কমাৰ গাঁৱ্‌লৈ শুনে
—"কমাৰ গাঁৱৰে দেবোৱাল কটাৰী
হাততে জিলিকি থাকে ।"

( ৫ )

টোকোৰা এ ! আমাৰ ধান নেখাবি, লোকৰ ধান খাবি,
আৰু বেলিলই ৰুই দিম ডালত পৰি পৰি খাবি,
ডাল-ডুল ভাঙি দিম তেলীৰ তালৈ যাবি ।
তেলীয়ে দিব তেলখাৰণি, মালীয়ে দিব ফুল,
ঐ মালী ! ঐ মালী । বাপেৰ কলই গ'ল ?



বৰবৰুৱাই মাতি নিলে কাঁহ কোবাই গ'ল
কাঁহ কোবাওঁতে, কাঁহ কোবাওঁতে পেটত লাগিল ভোক ।
একেমুঠি আৰৈ চাউল, ডেৰ শ লোক ।
ডেৰ শ লোকে বোলে উঠোঁ উঠোঁ কৰে,
উঠিব নোৱাৰি আঁচলত ধৰে ।
আঁচলৰ জকমক পদুমৰ চকা,
ওলাই গই দেখিলোঁ গৰগঞা ডেকা ।
গৰগঞা ডেকাই বোলে পালে মানুহ কাটে,
কাটিবলৈ পালে মানুহ দিনচেৰেক থাকে ॥

( ৬ )

শালিকী এ ! লথৌথৌ,
শালিকী এ ! লথৌথৌ
খাব হ'ল, ভাত হ'ল ডালত পৰি খালি,
ডাল-ডুল ভাঙিছিঙি তেলীৰ তালৈ গলি ।
তেলীয়ে দিলে তেলখাৰণি, মালীয়ে দিলে ফুল,
ঐ মালী ! ঐ মালী ! বাপেৰ কলৈ গ'ল ?
হাবুঙীয়াই মাতি নিলে কাঁহ কোবাই গ'ল ।
কাঁহ দিলে, পীৰা দিলে আৰু দিলে চিৰা,
তাৰ মাজত সোমাই গ'ল হাবুঙীয়া বুঢ়া ।
হাবুঙীয়া বুঢ়াৰ পেটত লাগিল ভোক,
একেমুঠি আৰৈ চাউল, দহ শ লোক ।

( ৭ )

শালিকী এ লথৌথৌ—
শাক হ'ল, ভাত হ'ল, শালিকী কেহেলৈ গল ?
এইখিনিতে আছিলে পতান খুচৰি,
কোনোবাই লই গ'ল ডিঙি মুচৰি ।

( ৮ )

"অ' শিয়ালী ! অ' শিয়ালী ! বাপেৰ কলৈ গ'ল ?"
—"বৰবৰাই মাতি নিলে কাঁহ কোবাই গ'ল।
"কাঁহ দিলে, কেৰু দিলে আৰু দিলে জবা,
"তাৰ মাজত সোমাই গ'ল হাবুঙীয়া বৰা।
"হাবুঙীয়া বৰাৰ পেটত লাগিল ভোক,
"একেমুঠি আৰৈ চাউল ডেৰশ লোক।"

( ৯ )

ইপাৰৰ বগলী এ ! কি কি নাও
সিপাৰৰ বগলী এ ! কি কি নাও.
আই ঐ ! বাই ঐ ! চুলি মেলি গাখীৰ খীৰাওঁ,
কানি টকা লৈ আহ পান কৰি খাওঁ,
চেলেংখন লৈ আহ মেললৈ যাওঁ।
খাই যাওঁ তামোল, পেলাই যাওঁ পিক্,
লগাই দিয়া গাভৰু গাই যাওঁ গীত।

( ১০ )

"বগলী এ ! সবাহলৈ নগলি কিয় ?"
গৈছিলোঁ, গৈছিলোঁ। বাটত বৰঘুণে পালে,
ৰঙদৈ ঘৰতে সোমাব খোজোঁতে
চেঙদৈ কুকুৰে খালে।"
"ছেই, ছেই, ছেই, নাহিবি জপনা দেই।"

( ১১ )

ঔ তলে তলে ঝিৰ্ ঝিৰ্ পানী,—
তাতে কাৰৈ মাছৰ উজানখানি ;



লোণৰ ছৰ্ছৰি তেলৰ ভাজা,
ৰতনপুৰীয়াক ভাত খাব মাতা।
মাতোঁতে. মাতোঁতে বহিল পাতত,
আঠ আঙুল কাটা লাগিল গলত।
আখেৰ ঘৰৰ হামাদৈ,
জীৰ্ বিয়া নেদা কিহৰ লৈ ?
অলঙ্কাৰৰ টোপ্লা আগতে,
জীৰ্ বিয়া দিম মাঘতে।

( ১২ )

জোনাবাই এ ! কলা এটি দিয়া,
এটি কলা নেপালে দুটি কলা দিয়া।
পাত নাই, চোত নাই কিহতকৈ দিম ?
হালধীয়া চৰায়ে বাওধান খায়,
শহুৰৰ পুতেকে নাও মেলি যায়,
নাৱে বোলে তুল্ বুল্
বঠাই বোলে হেলা,
বাটে বাটে কোবাই যাই পাটৰ মেখেলা।

( ১৩ )

আখৈ খাওঁতে, আখৈ খাওঁতে
গলত বজিল ধান,
কোন খাইতী আখৈ দিছে
চুলিত ধৰি আন।
নালাগে, নালাগে চুলিত ধৰিব
আপুনি যাম,
ৰামচন্দ্ৰৰ গাঁওখনি
কত বেলি পাম।

তেলী দিছে তেলগাম্‌চা
মালী দিছে ফুল,
আপা-আপীৰ বিয়া হলি
বুঢ়ী কোবাব ঢোল।

( ১৪ )

বুঢ়ীআই এ! নাহিলি সুখৰ কালত,
সাতজনী নিগনি খীৰাই খাইছিলোঁ,
গেৰেলাক কৰাইছিলোঁ হালত।
বুঢ়ীআই এ! নাহিলি সুখৰ কালত,
ফটা কথা ধুই দিওঁ পুখুৰী পাৰত,
চোৰে লৈ গ'ল কেতকুৰি আঁৰত।
বুঢ়ীআই এ! এই বেলি বানেহে বান,
দীঘলকৈ মুঠি কাটি, ওখকৈ চাং পাতি,
তাতে থই খাম ধান।

( ১৫ )

"হঁয়কলি! হঁয়কলি!
অতক ধান চাউল কি কৰিলি?"
"পোৱে খালে, জীয়ে খালে, থাক, থাক, থাক।"

( ১৬ )

দৰ্জী দগলা পিওঁ,
অ'ৰ কথাখিনি ত'ত লগাই
বেজীয়ে বতীয়াই সিওঁ।
দৰ্জী দগলা পিওঁ,
অ'ৰ কথাখিনি ত'ত লগাই
তিনটি প্ৰাণী জীওঁ।



( ১৭ )

বদালি এ! ৰ'দ দে,—
আলি কাটি জালি দিম,
চামৰ পীৰা পাৰি দিম,
তাতে বহি বহি ৰ'দ দে।
আমাৰ বৰেককাই ৰাজাতে খাটে,
কালিন্দী ভোমোৰাই ওলাই-সোমাই কান্দে।

( ১৮ )

"হাবিৰ হৰিণী,
খাব নেপায় ঘৰৰ ঘৰিণী।"
"কুঢ়িৰ মূৰ মুনিহে খায়—
মাজডোখৰ লাগে মোকে
ফিছাডোখৰ দিব খোজোঁ
খাব কি নেখায় লোকে?"

( ১৯ )

কাম চৰাইৰ ৰঙা ঠোঁট,
বোৱাই মাৰে সেন্দূৰ ফোঁট,—
পিতাদেৱ! পিতাদেৱ!
দূৰৈকৈ নিদিবা মোক,
মাতৰ দুখ, ভাতৰ দুখ,
নিতৌ গালি পাৰিম তোক।

( ২০ )

"জিৰিপ্ জিৰিপ্ বটা চৰাই,
মোৰ ধান নেখাবি তোক দিম গোটা কৰাই।"
"ধানো খাম, চাউলো খাম,—
তোক বিয়া কৰাই ঘৰলৈ যাম।"

( ২১ )

গোৱিন্দাই এ !—
হাটলই যাওঁ আহাঁ ;
আয়ে আনিব মিঠৈ কল
হাতে হাতে দিম খাবা ।
গোৱিন্দাই এ !—
মোৰ তালৈ যাবা,
সোণাৰ কাঁহীত ভাত আনি
সজাই দিম খাবা ।

( ২২ )

লাও খা, বেঙেনা খা,
বছৰে বছৰে বাঢ়ি যা ।
মাৰ সৰু, বাপেৰ সৰু,
তই হবি বৰগৰু ।

( ২৩ )

মাৰৰ নিচিনা নহলি,
বাপেৰৰ নিচিনা নহলি,
বাৰীতে আছিলে ভেকুলী বেং,
তাৰে নিচিনা দুখনি ঠেং ।

( ২৪ )

দীঘলতিৰ দীঘল পাত—
গৰু বাঢ়ে জাত, জাত
মাৰ সৰু, বাপেৰ সৰু,
তই হবি বৰগৰু ।



( ২৫ )

পানী কু—কু—কু,—
বেলি আছে ডেৰ পৰ
ঘাঁহে-পানীয়ে পেট ভৰ ।

( ২৬ )

গৰখীয়া এ ! খেদ, খেদ গৰু
বাঘৰ বাহত থৈ আহোঁ চৰু ।
—বাঘা মৰিছে, বাঘিনী আছে ।
নাকান্দ বাঘিনী ! নাকান্দ তই—
বাৰিষাৰ ছয় মাহ পুহিম মই,
খৰালি হ'লে যাবি তই । *

( ২৭ )

ক, খ, গ, ঘ, ঙা, পানী খাবৰ নাই চুঙা,
হাল বাবৰ নাই গৰু,
কিয় শুই থাক হালোৱা গৰু ।

**নাচনী গীত—**

( ২৮ )

জয় জয় বৈহাগৰ বিহু যায়,
হুবৈ, হুবৈ আ,
কল কাটোঁ, কল কাটোঁ কলৰ বখুৱা,
ভালকৈ নাচ, ভালকৈ নাচ, ৰাজাৰ লগুৱা ।
বাৰীৰ পাছৰ বগৰি দেখি
জাকে পৰে টিয়াঁ
আমাৰ বৌ কাপোৰ বোৱে, সোণাৰ মাকু দিয়া ।

* হাবিত গৰু ৰাখোঁতে বাঘ খেদোৱা নাম ।

( ২৯ )

আম লখু লখু, জাম লখু লখু,
বছৰেকৰ বিহু দিনা নকৰিবা লঘু।
এইটো ঘৰ প—কা, আমি পাম ট—কা,
এইটো ঘৰ চকিমিকি,
আমি পাম সিকি সিকি,
এইটো ঘৰ শুৱনি—আমি পাম ছুৱনী।

( ৩০ )

বুঢ়ী! তোৰ কপালত কিহৰ ফোট? চূণৰ ফোট।
মচি পেলা। হাত নাই।
হাত কিহে নিলে? চিলাই নিলে।
চিলাই নি কি কৰিলে? বনত পেলালে।
বনখিনি কি হ'ল? পুৰি ছাই হ'ল।
ছাইখিনি কি হ'ল? ধোবাই নিলে।
ধোবাই নি কি কৰিলে? ৰজাক কাপোৰ ধুই দিলে।
ৰজাই তোক কি দিলে? সোণৰ ঘোঁৰা, ৰূপৰ লাঠী।
হাগে কেনে? লডালডি।
মূতে কেনে? ছোঁ ছোঁ।
তোৰ মুখত খোঁ খোঁ।

( ৩১ )

গ'ল কুজী গ'ল,
চন্দন পিন্ধিবলৈ গ'ল।
কুঁজী ধামনী বাই, কৃষ্ণক লগে পাই,
যোল বছৰীয়া হ'ল ॥



( ৩২ )

আমপাত ছৰতীয়া, কঠালপাত ছৰতীয়া,
সৰুৱাম, সৰুৱাম গৰখীয়া।

( ৩৩ )

বৰবৌ! ধুন্দুলি পাৰি দে খাওঁ,
সৰুবৌ! ধুন্দুলি পাৰি দে খাওঁ,
ধুন্দুলি পাৰোঁতে ককালটো ভাগিলে,
যোৰা দিয়া গাঁৱলৈ যাওঁ।

( ৩৪ )

ঢোল বাই কত? ৰতনপুৰত।
খোল বাই কত? ৰতনপুৰত।
কোৱাই কলকলাই, বান্দৰী নচুৱায়,
বাঁহবাৰী গোঁসাইঘৰত।

( ৩৫ )

লাখুটি বাওঁ, পাখুটি বাওঁ
মিছা পুৰি ভাত খাওঁ,
আয়ে মাতে ঘৰলৈ যাওঁ।

( ৩৬ )

নাচ বগী! নাচ, ঘাটৰ চেলেকনা মাছ।
তয়ো বগী, ময়ো বগী, একেখন বিলৰে মাছ।

( ৩৭ )

নাচ বাই জেতুকী ঐ!
হাতে মেলি মেলি নাচ।
নাচ বাই জেতুকী ঐ!
ভৰি মেলি মেলি নাচ।
তয়ো বগী, ময়ো বগী, একেখন বিলৰে মাছ ॥

( ৩৮ )

খিন্দৌ মালী,
বান্দৰ পোৱালি,
বাঢ়েটোকাই লৈ যায় পাখি জোকাৰি।

( ৩৯ )

পেহী ঐ পেহা! আমলখু কেঁহা,
টেকেলিপেটা গোৱিন্দাই! জাল বাওঁগৈ আহাঁ।
জাল বাই জুলুকি বায় যাওঁ সিপাৰত,
অপাঠনী পলাই গ'ল মনৰ বেজাৰত।

( ৪০ )

হুচ্ বৰা হুচ্, ধানৰ বাকলি গুচ।
গধূলিকৈ হালোৱা আহি মোক বুলিব গুচ্।
হুচ্ বৰা হুচ্॥ *

* ঢেকী বা উৰালত বৰা বানোতে গোৱা নাম।
( বৰা—ঢেকীৰ খুৰলিত দিয়া ধান চাউল আদি। )

( ৪১ )

হাতী লৈ লৈ, ঘোঁৰা লৈ লৈ,
ম'হ পোৱালি আহিছে
লেটিপেটি লৈ

( ৪২ )

আই বোলোঁ লাহৰী ঐ, বাই বোলোঁ লাহৰী ঐ,
দাদে খৰিলৈ যাওঁ।
খৰি বন্ধা হজুৰাই, খৰি বান্ধি নিদিলে
কাঁহিপাতে কাটিলে গা,
তলীতে বহি মই, নাচিবলৈ ধৰিলোঁ,
মোমাইটি চাপৰি বা।



( ৪৩ )

দাওঁ, দাওঁ, দাওঁ—
ভেকুলীয়ে ললে গাঁও।
ফটা কঠা লৈ আহ
বিহু চাবলৈ যাওঁ।
মাহ বটা, বেহাৰ বটা,
আঞ্জা ৰান্ধি খাওঁ।

( ৪৪ )

নাম ধৰা, নাম ধৰা,
কচুপাতৰ থোলা।
বুঢ়া গোসাঁই নামি আহে,
হেকোৰকেকোৰ দোলা॥

( ৪৫ )

নাচ বুঢ়ী নাচ! বাপে দিব কাচ,
তয়ো বগী, ময়ো বগী, একেখন বিলৰে মাছ।
বুঢ়া গ'ল হাতলৈ, বুঢ়ীয়ে ধৰিলে পাছ,
মোৰ মূৰ খা বুঢ়া তই, নিকিনিবি মাছ;
মাছ কিনোতে, মাছ কিনোতে টকা হ'য় ব্যয়।
মৰলিয়াৰ খাৰখন অমৃত যেন হয়।
কি খাবৰ মন বুঢ়ী! কি খাবৰ মন?
ঘাটৰ চুচুৰা মাছ, বাৰীৰ বাঙন,
তাকে খাই বুঢ়া-বুঢ়ীৰ নাচত বাগন।

( ৪৬ )

"এই চলু কি?—"জল"
"তই খা মনোহৰ কল"।

"এই চলু কি ?"—"পানী" ।
"তই খা মৰা টানি ।"

নৈ বা পুখুৰীত গা ধোওঁতে কৰা ধেমালি। এজনে এচলু পানী লৈ আন লৰা বা ছোৱালীবিলাকক শোধে—""এই চলু কি ?" আন লৰা বা ছোৱালীবিলাকে উত্তৰ দিয়ে "জল।' হাতত পানীচলু লৈ থকাজনে "তই খা মানোহৰ কল" এই বুলি পানী চলু যিমান আঁতৰলৈ পাৰে সিমান আঁতৰলৈ মাৰি দিয়ে। পানী চলুৰ ছিটিকনি যিমান আঁতৰত পৰেগৈ সিমান আঁতৰত লৰা বা ছোৱালীবিলাক পানীতে আঁতৰ হয়। তেতিয়া প্ৰথমে পানীচলু লোৱা জনে আৰু এচলু পানী লৈ আন লৰা বা ছোৱালীবিলাকক শোধে—"এই চলু কি ?" সিহঁতে যেতিয়া "পানী" বুলি উত্তৰ দিয়ে তেতিয়া পানী-চলু লোৱা জনে "তই খা মৰা টানি" বুলি পানীত বুৰ মাৰে। আন জনে তাক পানীতে ডুবলৈ যত্ন কৰে। লৰা আৰু ছোৱালীবিলাকে চটহে চট ধেমালি কৰে।

( ৪৭ )

বা বইচ, বা বইচ,
বা বইচ মাকৰ দুখন কাণ,
হুৰহুৰকৈ বৰষুণ আন।
আলুমুৰি কচুমুৰি,
বা বইচ মাকৰ জপৰা চুলি,
জপৰা চুলিত ওকণীয়ে খায়,
বা দিলে উৰি যায়।*

* টানকৈ বতাহ আনিলে লৰাছোৱালীবোৰে চোতালত ওলাই নাচি নাচি এই নাম গায়। তাৰে এজনে এই নাম গাই শেষ হওঁতেই এজনৰ ওকণী চোৱাৰ চল কৰি অলপ দুখ পোৱাকৈ চুলি নিকটাই দিয়ে। দুখ পোৱাজনে সিজনকো চুলি নিকটাই দিবলৈ ধৰোঁতে সিজন লৰ ধৰে। এইদৰে লৰাঢপৰা দৰবাদৰবি কৰি লৰাছোৱালীবোৰে ধেমালি কৰে।



( ৪৮ )

ইচনি বিচনি, দৰিকা মাছৰ কিচনি।
মৌ পৰাই মৌ পাৰে,
ডিমা পৰাই ডিমা পাৰে ;
এল হাত বেল হাত,
ৰজাই কাটে শ্ৰীহাত।
কুচ্লঙ্কা বুঢ়ী মাৰে নহাত ॥* (২)

* তিনটা বা তাতকৈ বেছি লৰাছোৱালীয়ে ঘূৰণীয়াকৈ মুখামুখি হৈ বহি হাতবিলাক মাটিত চেপেটাকৈ আগেআগে পাৰে। তাৰে এজনে এখন হাতৰে মুঠি মাৰি এই নামটো গাই গাই হাতবিলাকৰ ওপৰে ওপৰে ভুকুৱাই যায়। যিখন হাততে নামটো ওৰ পৰে সেই হাতখন মুঠি মাৰি কোচত থয়। এইদৰে গোটেইবোৰ হাত "উঠা"ৰ পিছত যিজনৰ হাত শেষত থাকেগৈ সেইজন চোৰ" পৰে। "চোৰক" আনবিলাকে হাতত আৰু ভৰিত ধৰি দাঙি হেন্দোলাই শাস্তি দিয়ে।

( ৪৯ )

অলোগুটি লাই, টলোগুটি লাই
এইখন হাতৰ গুটিটো, এইখন হাতে পায়।
অলোগুটি, টলোগুটি কচুগুটি লাই,
এইখন হাতৰ গুটিটো, এইখন হাতে পায়।*

* এই খেল দুজনৰ ভিতৰত হয়। এজনে সৰু গুটি এটা গাৰ পাছফালে এখন হাতত লুকুৱাই দুয়োখন হাত মুঠি মাৰি আগলৈ আনে। আন জনে এই নাম গাই গাই ইখনৰ পিছত সিখন হাত ছোৱে। যিখন হাততে এই নামটো শেষ পৰে সেই হাতখন গুটি লুকুৱাজনে মেলি দিয়ে। যদি সেইখন হাতত গুটি নেথাকে আকৌ গুটি লুকুৱা হয়। যদি নাম ওৰ পৰা হাতখনত গুটি পোৱা যায় তেন্তে সেই গুটিটো ইজনে আনি লুকুৱাব পাৰে।

( ৫০ )

( ৫।৬ জন বা তাতোকৈ বেছি সংখ্যাৰ লৰাই মুখামুখি হৈ ইটোৰ হাতত সিটোৱে ধৰি মণ্ডলাকাৰে থিয় হৈ থাকে। )

নেপথ্যত —কুপৌ কু-কু—

১ম লৰা ( মণ্ডলৰ )—খুদ থৈছোঁ খা-হি আহ।

নেপথ্যৰ লৰা—কেনেকৈ যাম ?

১ম লৰা —বেঙেনা গছত ডোকা থৈ দেও দি দি আহ।

( নেপথ্যৰ লৰাজনে দেও দি দি আহি মণ্ডলৰ ভিতৰত সোমাবলৈ ঘূৰি ফুৰে। )

২য় আৰু ৩য় লৰা ( মণ্ডলৰ )—ক'ৰ পৰা আহিছ ?

নেঃ লঃ — চুৰাপাতনিৰ পৰা।

সকলো লৰা ( মণ্ডলৰ )—ছেই, ছেই, ছেই।

( নেপথ্যৰ লৰাজনে দেও দি দি প্ৰস্থান কৰি আঁতৰৰ পৰা মাত লগায় )—কুপৌ কু-কু।

১ম লৰা ( মণ্ডলৰ )—খুদ থৈছো খা-হি আহ।

নেঃ লঃ — কেনেকৈ যাম ?

২য় আৰু ৩য় লৰা—বেঙেনা গছত ডোকাথৈ ডেও দি দি আহ।

( নেপথ্যৰ লৰা জনে ডেও দি দি আহ মণ্ডলৰ ভিতৰত সোমাবলৈ ঘূৰি ফুৰে। )

২য় আৰু ৩য় লৰা ( মণ্ডলৰ )—ক'ৰ পৰা আহিছ ?

নেপথ্য লঃ মৰিশালিৰ পৰা।

সকলো লঃ ( মণ্ডলৰ )—ছেই, ছেই, ছেই।

( নেপথ্যৰ পৰা অহা লৰাজনে ডেও দি দি প্ৰস্থান কৰি আঁতৰৰ পৰা আকৌ মাত লগায় )—কুপৌ কু-কু।

১মা লঃ — খুদ থৈছো খা-হি আহ।

নেঃ লঃ — কেনেকৈ যাম ?

২য় আৰু ৩য় লঃ—বেঙেনা গছত ডোকা থৈ ডেও দি দি আহ।



[ নেপথ্যৰ লৰাজনে দেও দি দি পুনৰ আহি মণ্ডলৰ ভিতৰত সোমাব খোজে। ]

২য় আৰু ৩য় লৰা—ক'ৰ পৰা আহিছ ?

নেপথ্যৰ লৰা—স্বৰগৰ পৰা।

[ মণ্ডালাকাৰে থিয় হৈ থকা লৰাবোৰে দেও দি দি অহা লৰাটোক মণ্ডলৰ ভিতৰত এফালে সোমাবলৈ দিয়ে। লৰাটোৱে মণ্ডলৰ ভিতৰত সোমাই হাতত খৰিকা এডাল লৈ ঘূৰি ঘূৰি প্ৰত্যেকৰে বাহুত বিন্ধিব খোজে। ]

নেপথ্যৰ লৰা — ( ঘূৰি ঘূৰি ) বেজী সিওঁ, সিওঁ ?

সকলো লৰা — ( জপিয়াই ঘূৰি ঘূৰি নাচি ) নিসিবা নিসিবা।

নেপথ্যৰ লৰা — পাত বাওঁ বাওঁ ?

সকলো লৰা — নেবাবা, নেবাবা।

নেপথ্যৰ লৰা — এই পিনে যাওঁ ?

সকলো লৰা — এই পিনে চুৰাপাতনি।

নেপথ্যৰ লৰা — এই পিনে যাওঁ ?

সকলো লৰা — এই পিনে মৰিশালি।

[ নেপথ্যৰ পৰা অহা লৰাজনে এফালে সুবিধা বিচাৰি লৰ ধৰে। তাৰে এজন লৰা ঘাই হৈ বহি থাকে আৰু আন সকলোৱে ওলাই লৰমৰা লৰাজনক ছুবলৈ পাছে পাছে লৰ ধৰে। অগিয়াবগি দি সাৰি আকৌ ঘাইক ছুবহি নোৱাৰিলে, ধৰা লৰাজন 'চোৰ' পৰে আৰু তেতিয়াৰে পৰা 'লুক্-ভুক্' খেলাৰ আৰম্ভ হয়। ]

( ৫১ )

ধূলিৰ মাজত লুকাল কাঁই,
কানি-মুনিৰ দোষ নাই।

ভেটি-মাটিৰ ঠগ চাই
একে চাবে কাঁই পায় ।*

* ধূলি-বালিত খেলোৱা খেমালি। ধূলি বা বালিত দীঘলকৈ সৰু ভেটি এটি সাজি এজনে তাতে এটা কাঁই লুকুৱায় আৰু এজনে হাতেৰে চাব মাৰি কাঁইটো উলিয়াব লাগে। নামটো গাই গাই, নামটো ওৰ পৰোঁতেই ভেটিৰ এঠাইত চাব মাৰি সেই ঠাইতে কাঁইটো বিচাৰি উলিয়াব লাগে। যিজনে যিমান বাৰ জিকে সিমান বাৰ এটা এটা আঁচ মাটিত দি যায়। কাঁই—কেঞা আঙুলিৰ জোখ লৈ কটা খৰিকা, মৰা-ঠাৰি ইত্যাদি।

( ৫২ )

উকুলি মুকুলি হুকুলি কাঁহী,
এপৰ ৰাতি, দুপৰ দাঁহী।
ধাপৰ্লৌ লৌ, ধেপ গছৰ ঢকুৱা
মোকে বোলে বপুৰা,
এৰ হাত বেৰ হাত,
ৰজাই কাটে শ্ৰীহাত।
শ্ৰীহাতৰ অকাবকা,
মাছ লঙ্কাৰ দীঘল দঁকা,
পানীভোঁ পানীভোঁ মুৰলি ভাই,
আমলখু, জামলখু, চিতলখু পাই ।*

* লৰা-ছোৱালীবোৰে চোতালত ঘূৰণীয়াকৈ মুখামুখি হৈ বহি আগত হাতবোৰ পাৰি এখন হাতৰ তলত এটা কাঁই লুকাই থয়। আন এজনে এই নামটো গাই গাই পাৰি থোৱা হাতৰ ওপৰে ওপৰে লাহে লাহে ভুকুৱাই যায়। যিখন হাততে নামটো ওৰ পৰে সেইখন হাতৰ তলতে কাঁইটো আছে নে নাই দাঙি চায়।



( ৫৩ )

উকুলি মুকুলি হুকুলি কাঁহী,
আদোঁ দোঁ ফুলৰ দাঁহী।
চুৰা গুটি লৰফৰ,
সাত ভাই দেবন টেপৰ ।*

* লৰা-ছোৱালীবোৰে ঘূৰণীয়াকৈ মুখামুখি হৈ আগে আগে হাত পাৰি বহে। এজনে পাৰি থোৱা প্ৰত্যেক হাতখন নামটো গাই ছুই ছুই নামটো ওৰ পৰা হাতখনত ভুকু মাৰি দিয়ে। সেই হাতখন মুঠি মাৰি পাছফালে লুকাব লাগে। এইদৰে নামৰ শেষত ভুকু খাই এটাইবোৰ হাত লুকুৱা হলে হাতৰ মুঠি পাছলৈ কৰি থিয় হয়।

নাম-গাওঁতাজনে প্ৰশ্ন কৰে আৰু আন সকলোৱে উত্তৰ দিয়ে।

"বগলী এ! তোৰ হাত কিহে নিলে?"
"আম পাৰোঁতে আমে নিলে।"
"সেই আম কি হ'ল?"
"হাবিত পৰিল।"
"সেই হাবি কি হ'ল?"
"জুয়ে পুৰিলে।"
"তাৰ ছাই-ছুই কি হ'ল?"
"ধোবাই নিলে।"
"ধোবাই নি কি কৰিলে?"
"কাপোৰ ধুলে।"
"সেই কাপোৰ কি কৰিলে?"
"ৰজাক দিলে।"
"সেই ৰজা কলৈ গ'ল?"
"পহু মাৰিবলৈ গ'ল।"
"সেই পহু কলৈ গ'ল?"
"নৈ পাৰ হ'ল।"

"সেই নৈ কি হ'ল ?"
"শুকাই গ'ল ।"
"তাৰ মাছ কি হ'ল ?"
"বগলীয়ে খালে ।"
"সেই বগলী কলৈ গ'ল ?"
"ডালত পৰিল ।"
আমাৰ সকলোৰে হাত ওলাই পৰিল ।"

সকলোৱে হাত উলিয়াই আঁঠু কাঢ়ে আৰু প্ৰত্যেকে প্ৰত্যেকৰ হাতৰ মুঠিৰ ওপৰত মুঠি তুলি মাটিৰ ওপৰত বাঁহ-গছ সাজে। মুঠিৰ ওপৰত মুঠি তোলোঁতে তলৰ মুঠিৰ বুঢ়া আঙুলিটোত ওপৰৰ মুঠিটোৱে মুঠি মাৰি ধৰে।

প্ৰথমে নাম গোৱাজনে প্ৰশ্ন কৰে আৰু আন সকলোৱে উত্তৰ দিয়ে।

"এই জোপা কাৰ বাঁহ ?"
"ৰজাৰ বাঁহ ।"
"কাটিব দিয়ে নে নিদিয়ে ?"
"নিদিয়ে ।"
"কলীক মাতোঁ ?"
"নেমাতিবি ।"
"বগীক মাতোঁ ?"
"নেমাতিবি ।"
"ৰাঙীক মাতো ?"
"নেমাতিবি ।"
কলীদৌ, বগীদৌ, ঘেকেচ্ ।"

এই বুলি প্ৰশ্ন-কৰোঁতাজনে মুঠিৰ বাঁহ-গছজোপাত 'ঘেকেচ্' বুলি কাটি ভাঙি পেলায়।



( ৫৪ )

কোমোৰা খোজোঁতাই দেও দি দি আহি প্ৰশ্ন কৰে। কোমোৰা-খোজোঁতাই উত্তৰ পাই আকৌ দেও দি দি আঁতৰলৈ যায়।

কোমোৰা খোজোঁতা—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ !"
কোমোৰা গছ কৰোঁতা—"ঔ"
কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে।
কোমোৰা এটি দিয়া ।"
কোঃ কঃ—"পুলি ৰুইছোঁ ।"
[ কোঃ খোজোঁতাৰ প্ৰস্থান আৰু পুনঃ দেও দি দি প্ৰৱেশ ।]
কোঃ খোঃ—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ !"
কোঃ কঃ—"ঔ" ।
কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে।
কোমোৰা এটি দিয়া ।"
কোঃ কঃ—"চালত উঠিছে ।"
[ কোঃ খোজোঁতাৰ প্ৰস্থান আৰু পুনঃ দেও দি দি প্ৰৱেশ ।]
কোঃ খোঃ—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ !"
কোঃ কঃ—"ঔ"
কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে।
কোমোৰা এটি দিয়া ।"
কোঃ কঃ—"ফুল ধৰিছে ।"

[ কোঃ খোজোতাৰ প্ৰস্থান আৰু পুনঃ দেও দি দি প্ৰৱেশ ।]

কোঃ খোঃ—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ !"

কোঃ কঃ—"ঔ"

কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে ।
কোমোৰা এটি দিয়া ।"

কোঃ কঃ—"জালি পেলাইছে ।"

[ কোঃ খোজোঁতাৰ প্ৰস্থান আৰু পুনঃ প্ৰৱেশ । ]

কোঃ খোঃ—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ ?"

কোঃ কঃ—"ঔ"

কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে ।
কোমোৰা এটি দিয়া ।"

কোঃ কঃ—"বগা পৰিছেহে ।"

[ কোঃ খোজোতাৰ প্ৰস্থান আৰু পুনঃ প্ৰৱেশ । ]

কোঃ খোঃ—"চিকিৰ মিকিৰ বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা,
বুঢ়াৰ জী বুঢ়ী ঔ !"

কোঃ কঃ—"ঔ"

কোঃ খোঃ—"ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে পহুপোৱালি এটি পালে ।
কোমোৰা এটি দিয়া ।"

কোঃ কঃ—"এটা ছিঙি নে ।"*

* গৰখীয়া ল'ৰাবোৰ এফালে কম, এফালে বেছি হৈ দল হৈ আঁতৰে আঁতৰে থাকে । কম দলৰ লৰা এটিয়ে দেও দি দি আহি, ইদলক "চিকিৰ মিকিৰ" ইত্যাদি কৈ নামটি গাই কোমোৰা খোজে ।



কোমোৰাৰ পুলি উঠি, চালত বগাই, কোমোৰা লাগি বগা নপৰালৈকে লৰাটিয়ে ঘূৰি ঘূৰি আহি নামটি গাই কোমোৰা খোজে ।

বেছি ল'ৰা থকা দলৰ ডাঙৰ দীঘল আৰু শকতআৱত চাই লৰা এজনক গুৰিগছ কৰি থিয় কৰোৱা হয় । আন এজনে কুঁজা হৈ প্ৰথম লৰাটিৰ কঁকালত ধৰে । এইদৰে সেই দলৰ বাকী থকা লৰা-বোৰেও এটিৰ কঁকালত সিটিয়ে ধৰি কোমোৰা গছ সাজে ।

কোমোৰা বগা পৰিলে আন দলৰ লৰাবোৰ আহি কোনটি জালি, কোনটি বুঢ়া টুকুৰিয়াই চাই, পোনতে গছৰ গুৰিত লাগি থকা কোমো-ৰাটিকে জালি বুলি থিৰাং কৰে । এই 'জালি কোমোৰাটি' নিবলৈ আগৰ কোমোৰাবোৰ এটি এটিকৈ ছিঙিবলৈ ধৰে । কিন্তু আচৰিত কথা যে কোমোৰাবোৰ ছিঙি আঁতৰত থলে আকৌ ছিঙা কোমোৰা-বোৰ আহি গছত লাগেহি । এই দৰে কোমোৰা ছিঙোতে লৰাবোৰে আজোৰপিজোৰ আৰু দবৰা-দবৰি কৰি ধেমালি কৰে ।

বুঢ়া হোৱা কোমোৰা চিনিবলৈ টুকুৰিয়াওঁতে কোমোৰা হোৱা লৰাৰ মূৰত বাৰুকৈ হুথপোৱাকৈ টুকুৰিয়ায় আৰু পিঠিত আৰু টিকাত চিকুটি চাই পূৰঠ হোৱা পৰীক্ষা কৰে ।

( ৫৫ )

"বিয়নী ! অ' বিয়নী ! তোমাৰ লৰা কেইটা ?"
"দুটা ।"
"কি খুৱাই তুলিলা ?"
"নাকৰ খেকেৰু, পকা ডিমৰু ।"
"বিয়নী ! অ' বিয়নী ! তোমাৰ কি হেৰাল ?"
"পিতলৰ টৌ ।"
"মোৰ হেৰাল ভাতত দিয়া ঔ ।"
( কুঁজা হৈ নাচি নাচি )—জানো বেটী বিয়নী—
চুলি ডালি ডালি কৰোঁ ।"

( ৫৬ )

"ঘিৰ্টৌ টৌ সখী ঔ,
তাতে আছে পকা মৌ।"
"কি খাবলৈ আহিছা?"
"মৌ খাবলৈ আহিছোঁ।"
"ৰজাই নেমাৰিব?"
"নেমাৰিব খা, খা।"

( ৫৭ )

উকুলি মুকুলি ছুকুলি কাঁহী,
আৰ্দৌ দৌ, ফুলৰ দাঁহী,
খেতিবাতি শাক তোল,
কি কি চৰাইৰ কি কি নাও,
সোণৰ চৰাইৰ কথা কওঁ।
আম পাত, জাম পাত
পদুমপাতে বুৰাই পেলাই,
জপাথুৰি উনৈছ কুৰি
সাত ভাই কপিলীত পৰে।

( ৫৮ )

কেলেই ফুলিলি ৰূপহী মঁদাৰ ঐ
কেলেই পেলালি কলি,
গুৰুতো নেলাগ ভকততো নেলাগ
থাক তলে ভৰি সৰি।

( ৫৯ )

আহোঁ ৰিঙে ৰিঙে যাওঁ ৰিঙে ৰিঙে
অ'ই কান্দে বৰগছত জিলি,
এনেয়ে মৰিছোঁ তোৰে সন্তাপত
আকউ গা দেখা দিলি।



( ৬০ )

চৰায়ে তুলিলে ছ'অৰা পোৱালী
গছৰ ডাল শুৱনি কৰি,
আমাক তুলিলে আয়ে-বোপায়ে
লোকৰ ঘৰ শুৱনি কৰি।
ঔৰে গছতে মৌৱে বাহ ললে
দাদা পাৰি দিয়া খাওঁ,
ছকুৰি টকাৰে দিয়া ৰিহা কিনি
তেহে শহুৰীলৈ যাওঁ।

( ৬১ )

সৰুতে পিতাদেউ চৰাই পুহিছিলা
সঁজাতে সলালে পাখি,
মালভোগ মনোহৰ বাকলি মৰহিল
থবা কত কাল ৰাখি।

( ৬২ )

বাৰৰে মকৰা সোণৰ গিলিপ মৰা
কেনেকৈ দেখিবা ৰাতি?
সীতা ভালে দেখি আহাঁ ঘনে ঘনে
কোনে পঠিয়াছিল মাতি।

( ৬৩ )

আইৰ শালৰ মাজত এডালি খুটুৰা
আনি খাওঁ আনি খাওঁ কৰে,
আইৰ বুকৰ মাজত আমি ডাঙৰ হলোঁ
পৰে নিও পৰে নিও কৰে।

( ৬৪ )

অইন বাৰ বগৰি লাগে থোপাথুপি,
মায়ে পাৰি পাৰি খায়,
এই বাৰ বগৰি লাগক বা নালাগক
মাই শহুৰীলৈ যায়।

( ৬৫ )

বুঢ়া কি বুঢ়ী ঔ!
ফৰিঙে মাৰিলে লাথি,
বুঢ়া কি বুঢ়ী ঔ!
হাতী গ'ল উটি।
বুঢ়া কি বুঢ়ী ও
বুঢ়ীয়ে মাৰিলে চৰ,
বুঢ়াৰ মুখ ফিকি হ'ল
এহাতৰ বেৰ।

( ৬৬ )

চিকিমিকি লোণ-জালুকী
ককায়ে আনিলে বেঙেনা ছিঙি,
বৌৱে তাৰে ৰান্ধিলে খাৰ;
তাৰে এফেৰা খোজেঁতে
কৰচলিৰে সোধালে মাৰ।

( ৬৭ )

ৰোহ কৰিলে ঠেহ কৰিলে
জিকা দিলে ভাতত,
থেহ্ থেহ্‌কৈ খাই দিলে
এটাও নৰ'ল পাতত।



( ৬৮ )

ভিনিহী এ! লৈ যা মোক,
ফুলৰে হাঁচটি বৈ দিম তোক।
ফুলৰে হাঁচটিৰ মাজতে ফটা,
ভিনিহিৰ নাকটো গুৰিতে কটা।
গছৰ সৰু সৰু পাত,
ভিনিহিৰ উচলা দাঁত।

( ৬৯ )

হাতী ঔ ডালত, মাখি ঔ ডালত
মিছামাছে কণি পাৰে মাউতৰ গালত। †

† সৰু সৰু লৰাছোৱালীৰ বিশ্বাস, মাউতলৈ চাই এই নাম গালে হাতীয়ে লৰাছোৱালীক খেদি যায়।

( ৭০ )

মেধি! কুকুৰে নিলে খেদি।
মেধি পৰিল খালত,
কুকুৰে কামুৰিলে গালত।
মেধি গ'ল ঘৰলৈ
কুকুৰেৰে ভোজ দিবলৈ।

( ৭১ )

অকৰা! অকৰা!
ভাত হ'ল কৰকৰা,
আঞ্জা হ'ল বাহী,
অকৰাৰ ঘৈণীয়েকে চৰ মাৰিলে
অকৰাই দিলে হাঁহি।

( ৭২ )

এৰি পুহিবৰ এৰালি এৰাপাত
যুগা পুহিবৰ চোম,
ঘৰৰ ঘৈণী ওলাই চাইছে
সাইলাখ ভগা কঠিয়াৰ ঢৌম।

( ৭৩ )

সবাও, সবাও, কেই কেই বাও,
বাবৰ আগৰ ফটাকানি,
টিকিৰাত খাই বেচি কিনি,
তন্ দেশ, তনদেশ টানং টুনং।

( ৭৪ )

"খচ্ খচ্ কৰে কাটিছা গুৱা,
তুমিনো আমাৰ কি হোৱা ?"
"উজনিৰ পানী নামনি বয়,
বাপেৰৰ মায়েৰ বুঢ়ীমাৰ মই।"

( ৭৫ )

ঢেঁকীৰ চুটি আৰল শলাই থোৰাৰ চুটি গুল,
মানুহৰ চুটি বন-টিলিকা খোপাত পিন্ধে ফুল।

( ৭৬ )

পুঠী মাছে বুলিলে এ বাই মোকে মাতি যাবা
মই যাম নামতী হই,
মাগুৰ মাছে বুলিলে এ বাই মোকে মাতি যাবা
মই যাম ঢুলীয়া হই।
কাৱই মাছে বুলিলে এ বাই মোকে মাতি যাবা
মই যাম কুলাবুঢ়ী হই ॥



হুৰেৰে দৰিকা, হুৰেৰে দৰিকা
নেঘেৰি দৰিকাৰ বিয়া,
নেঘেৰি দৰিকাৰ বিয়ালই ওলাওঁ এ
পচলাটো খৰিকাত দিয়া।
লাতুমণি চাতুকথা কোবাই দিয়া বাটৰ ঘোঁৰা
ঔ কালৌ সোৱণ দৰিকণাৰ বিয়া ॥

( ৭৭ )

একো চৰাই নেমাতিলে, মাতিলেক ফেঁচা,
গা কৰে কাতি-কুতা কঁকাল কৰে মেচা।
একো চৰাই নেমাতিলে মাতিলেক কোৱা,
লঠা গছৰ মুগা দেখি কৰে অহাযোৱা।
একো চৰাই নেমাতিলে, মাতিলেক বক,
টুটলিত মাছ লাগি কৰে কক্বক্।
একো চৰাই নেমাতিলে, মাতিলেক টুনি,
গোসাঁই ঘৰলৈ যাব লাগে, হৰি কথা শুনি।

( ৭৮ )

ধৌ ধৌ, মাছৰ বৰগলা ৰৌ,
চিৰামণি জগৰা, কটাৰ পো নগৰা
দেৱলৈ দিলি নে নৌ।

( ৭৯ )

ধুমুহ ধুমুহ অ' শূলপাণি !
এচৰিয়া ভাংগুৰি, ছুচৰিয়া পানী,
বৃষভে আনিছে ভাঙৰ ছিলিম টানি।

( ৮০ )

খুটা কাটে টং টং চতি চাঁচে ঘনে,
উজানচুকে জুই লাগে একুৱাই দিব কোনে ?

( ৮১ )

ভেকুলী—ইছ জহৰমহৰ লোক !
এতিয়াই গছকিলিহেঁতেন মোক।
হাতী—চুক-সুন্দৰী বাই !
কেতিয়ানো গচকিব খুজিলোঁ তোক ?
ভেকুলী ( চিকাক )—চোৱাচোন গোন্ধ-মহাজন !
চুক-সুন্দৰী বুলিছে মোক।
চিকা—থাক্, থাক্ নাকচেপেটী খহুলী বাই !
( তেওঁ ) ৰজাৰ গজেন্দ্ৰ-লোক।

( ৮২ )

পকুৱাই ৰান্ধিলে পকুৱাই বাঢ়িলে
পকুৱাই নেখালে ভাত,
ৰাতিটোৰ ভিতৰত কপাহ সেৰ কাটিলে
পুৱালৈ তৰিলে তাঁত।

( ৮৩ )

এলনি মাছৰে তেলনি মাৰিলে
কৰতি মাছৰে ভজা,
আগতে গৈছে চাওদাং টেকেলা
পাছতে গৈছে ৰজা।

( ৮৪ )

পানী মাদিৰে গছতে মাৰিলোঁ ঘা।
হাতৰ স্থলকি ৰ'ল চেংকলী দা।

( ৮৫ )

সৰুতে সৰুকাকা জাখে বুই দিছিলা
জাখেতে ধৰিলে ঘূণে,
নদী পাৰ কৰি বিয়া দি খেদালা
সৰু মাছ মাৰিব কোনে ?



( ৮৬ )

আইতী ঘৰক গৈছিলোঁ, দোৰ মাৰি আহিলোঁ।
আইক নাপালোঁ ঘৰে,
ব'উ ভাই খাইতী, পৰৰে জীয়াৰী
তাই কিহৰ দৰদ জানে।

( ৮৭ )

আই এ ! মোক হাৰো নালাগে,
কাকা এ ! মোক তাৰো নালাগে,
ভলুকা বাঁহৰ চুঙা কাটি, টাকা লবি গুথি, গুঁথ
মোৰ কথা মনত নানিবি।

( ৮৮ )

অ' আই লীলা ! বৰদৈচিলা
কাকদোঙা পাৰ কৰি লীলাক নিলে বিয়া কৰি,
বুঢ়ীমাকে খুন্দিলে হিয়া।

( ৮৯ )

ধিন্তো তৰা, তাধিন্তো তৰা
খাৰী নাকী ছোৱালীৰ পেটুৱা দৰা।

( ৯০ )

টেকেলী টেকেলী কোনে বাঁহী বায়,
বৰঘৰৰ জীয়াৰী ভিক্ষা মাগি খায়।

( ৯১ )

"লাই এ, লফা এ কলিৰাম ডেকা এ
জাপি হেৰুৱালা ক'ত ?"
"লাহৰী জাপিকে পাহৰি আহিলোঁ
চেংদৈ গাভৰু ত'ত।"

**প্ৰথম খণ্ড সমাপ্ত**

# লোকগীতি-সংগ্ৰহ (২)

# টোকাৰী-নাম

( ১ )

যেতিয়া বিৰিখে ছুটি পাত মেলিলে
তললই মেলিলে শিয়া,
সেই গছজুপি খোজে মহাদেৱে
টোকাৰী সাজোঁগৈ দিয়া।

মহাদেউ গোসাঁয়ে টোকাৰী সাজে
বাটে পাৰ্ব্বতী গুণা,
ইঙ্গলা পিঙ্গলা মাজতে সুষুম্না
এই তিনিগছি গুণা।

নেবাবে চেবাবে এযুৰি টোকাৰী
আহিল ভাৰস্তলৈ নামি,

এখনি গ'লগই পগলা সঙ্গলৈ
এখন ভাৰস্তত থাকি।

চাণ্ডৰ ভাঙেমুঠি নমাই আন পাৰ্ব্বতী
আঠীয়া কলেৰে খাওঁ,
কৈলাসৰে টোকাৰী নমাই আন পাৰ্ব্বতী
ভিক্ষা মাগিবলৈ যাওঁ।



( ২ )

দুখৰ ওপৰে দুখ,
কুকুৰে কামোৰে, ছৰালে দলিয়ায়
ভিক্ষাত নিমিলে সুখ।

পেটুৱাৰ পেটটো পদুমৰ নলাটো
মূৰত চাৰিটি শাল,
পেটুৱাৰ পেটত ভোমোৰাই গোজৰে
লক্ষ্মীয়ে ধৰিলে আল।
কিনো অমাতৰ মাত! জয়, জয়,
কিনো অমাতৰ মাত,
কাঠৰ টোকাৰীয়ে লয় হৰি নাম
মনিষে নলয় তাক।
নাই নাই বুলি জগতক ভাবিলা
আটায়ে ধৰিলোঁ টান,
চকুৰ পইতা চকুত হেৰাব
ভঁৰালত হেৰাব ধান।
অতিথি ৰূপেৰে দিলা সিধা-পাতি
কৰাইলে অন্ন ভোজন,
শয়নক লাগি দিলা আসন পাৰি
অতিথি কৰে শয়ন।
প্ৰভাতে উঠিয়া ভূমিত পাৰে দিয়া
অতিথি কৰে গমন,
নেজানো অতিথি যায়নো কোন দিশি
জানিলো ৰাম-লক্ষ্মণ।
কহোঁ কহোঁ বাপ শুনা বৰৰাজ—
ৰাম গৈল কত-দূৰ?

ৰাম গৈল বন, জানকী লক্ষ্মণ
ত্যজিয়া অযোধ্যাপুৰ।

( ৩ )

মোৰ গুৰু এ! কিনো অপৰাধী ভৈলোঁ,
মোৰ বান্ধ! চিন্তা আপোনাৰ হিত,
কাল-ৰোগে ধৰি লৈ যাব জোকাৰি
কি পাইবা পৰকালৰ বিত ॥

আহিবৰ এক দিন যাবৰ এক দিন
দুই দিনৰ বাতৰি নাপায়।
খাব-জীৱৰ অৰ্থে পীৰিতি কৰিলোঁ
মৰিবৰ সঙ্গতি নাই ॥
ভাতৃক হেৰালোঁ এ প্ৰাণৰ বান্ধৈ,
মাতৃক হেৰালোঁ গঙা,
মাছ মাৰি মাৰি মই টনা ভৰালোঁ
তাৰো তলা ভৈলা ভঙা ॥
ভাৰতবৰিষে জনম লভিলোঁ,
জীৱে পাইলা বৰ দুখ।
সন্ত-মহন্তৰ অসূয়া-অপ্ৰীতি
মনতে নাইকিয়া সুখ ॥
ব্ৰহ্মাণ্ডৰ ভিতৰ চৰিয়াৰ পানী,
পিপড়া সাঁতুৰি মৰে।
দেৱতাৰ কৰণি মনুষ্যে আচৰে
নাজানো কিমতে তৰে ॥
চৈধ ইন্দ্ৰে ভৈলা শিমলুৰে খুটা,
সিও লৰফৰ কৰে।



টাটকীয়া ঘৰ ৰাগৰি পৰিলা
জীৱ গৈলা অকলশৰে ॥
নদীৰে পাৰতে বটবৃক্ষডালি
ফলে-ফুলে জাতিষ্কাৰ।
নদীকাষৰীয়া পানী চেঙেলীয়া
বঞ্চিবোহো কত কাল ॥
কহয় মাধৱ এ প্ৰাণৰ বান্ধৱ
এৰিও বিষয়-ধান্দা।
গুৰুৰ চৰণ হৃদয়ে ধৰিয়া
হৰি-নাম বুকুত বান্ধা।

( ৪ )

মোৰ গুৰু এ! কিনো অপৰাধী ভৈলোঁ,
মোৰ বান্ধ! চিন্তা আপোনাৰ হিত।
কাল-ৰোগে ধৰি লৈ যাব জোকাৰি,
কি পাইবা পৰকালৰ বিত ॥

মোৰ ছেদিও সংশয় প্ৰভু দয়াময়
চৰণে লৈলোঁ শৰণ।
দেহাৰ বিচাৰ বিভাগি এবে
কৈয়ো গুৰুভক্তি জ্ঞান ॥
ইৰা যে পিঙ্গলা সুসুম্না যে হংসা
চাৰি নাড়ী অনুপাম।
চাৰিৰো মধ্যত সাৰাংশ জানিবা
সুসুম্না যাহাৰ নাম ॥
ডাহিনে ইঙ্গলা বামে যে পিঙ্গলা
সুসুম্না মেৰু অন্তৰি।

হৃদয়ে যে হংসা ইৰা যে পৃষ্ঠত—
কহিলোঁ হো শাৰি শাৰি ॥
অষ্টদল পদ্ম কৰ্ণিকাৰ মধ্যে
জীৱ পৰমাত্মাৰ স্থান।
জীৱে শিষ্যে জানা পৰমাত্মা গুৰু
লভিবাহা ভক্তি-জ্ঞান ॥

( ৫ )

কিমতে এৰাইবোঁ মায়া হে গোপাল।
মই অনাথক কৰিয়ো দয়া ॥
ঘৰটি বান্ধিলো ধনৰ আশে।
মিছাতে বন্দী হৈলোঁ মায়াৰ পাশে ॥
পাপে জৰ জৰ হৈয়াছে কায়া।
অমৃত তেজিয়া বিষক খায়া ॥
নিতৰ পাপ মই কৰিলোঁ নিত।
হৰি-ভকতিত নিদিলোঁ চিত ॥
গলত ধৰিয়া বাঘিনী গিলে।
ভাবি চোৱা মনাই, কি সুখ মিলে ॥
ই মায়া এৰাইবাৰ কাহাৰ শকতি।
কহয় মাধৱ মূৰুখমতি ॥

( ৬ )

ঘোষা—মনুৱায়! মনুৱায়! মনু—ৱায়!
মনুৱায়! যায় দিন, নাহে ফিৰিয়া ॥

পদ— গুণিয়া চোৱা মন, ভাবিয়া চোৱা মন,
চাকন চিকণ কল্প দেহা মিছাতে মৰণ ॥
আজি ভজোঁ, কালি ভজোঁ, আলচন্তে যায়,
কোন্‌বা দিনা দেহা পৰে থান-থিত নাই ॥



সুৱৰ্ণৰ কাঠী-কামী মাণিকৰ কুৱা
তাতে ৰহি ভোজন কৰে শগুণ বপুৱা ॥
কাক হ'ল কাণ্ডাৰী শগুণ মহাদানী,
শৃগালে দোকান দেয় মাংস টানি টানি ॥
পৰুৱা পিপড়া সৱে খান্দি তোলে মাটি
জোৰাই জোৰাই খঁহি পৰে শৰীৰৰ গাঁঠি ॥
ভৱ-নদী পাৰ হৈ জীৱে আছে চাই,
দেখা দেখা নৰলোক জীৱৰ বিলাই ॥
ধন-জন নকৰ আশ, ঐতে ৰব পৰি
পুত্ৰ-ভাৰ্য্যাক নকৰ আশা লগত নাযায় মৰি ॥
মিছা ঘৰ, মিছা বাৰী, মিছা লেনাদেনা,
মিছা কামে হৈলোঁ বন্দী হেৰাল চেতনা ॥

( ৭ )

ঘোষা—ভব-সমুদ্ৰৰ মাজে তৰঙ্গ দেখিয়া নৌকা
মনে বৰি ভয় লাগে ॥

পদ— চান্দ নাছিলা সুৰুয নাছিলা
নাছিলা অগনি-পানী।
যেতিয়া ব্ৰহ্মাণ্ডত কৃষ্ণও নাছিলা
চলে কিমতে নৌকাখানি ॥
চান্দ নিচিনা, সুৰুয নিচিনা,
নিচিনা স্বৰগৰ তৰা।
আপোনাৰ দেহাকে আপুনি নিচিনা
জীৱনো কিমতে তৰা ॥
চান্দ বিতলীয়া, সুৰুয বিতলীয়া
আৰু বিতলীয়া ভাই।

তাতোকৰি দুই চকু বিতলীয়া,
স্বৰগে নৰকে যায় ॥
মায়াৰ গৰভে হামু থিত হুয়া
হামাৰ মুখে পকা ডাঢ়ি।
যেতিয়া ব্ৰহ্মাণ্ড জলে ভাসি যায়
তাতেহে মোহোৰ বাৰী ॥
মাজ সাগৰত কঠীয়া পাৰিলোঁ
ব্ৰহ্মাণ্ড ভেদিয়া গজে।
ফুল নসৰন্তে বেটু সৰি পৰে
সেই বেটু বৰ কাজে লাগে ॥
কহয় মাধৱ প্ৰাণৰ বান্ধৱ
এৰিও বিষয়-ধান্দা।
বিষয় আলজাল বিষম জঞ্জাল
হৰি-নাম গলে বান্ধা।

( ৮ )

ঘোষা— দেহাতে বিচাৰি লোৱা মোৰ বান্ধৱ
দেহাৰ ভিতৰে আছে নিজা গুৰু,
মায়াত নপৰা আৰু ॥

পদ—একেখনি দুৱাৰত, নৰটি তৰজুত সঞ্চাৰ মাৰিছে টানি।
সেই নৰটি সঞ্চাৰ যি বন্ধু মেলিব পুনৰ্ভৱে নিব টানি ॥
এখনি দুৱাৰত নৰটি দুৱৰী চৌপাশে আছে বেঢ়িয়া।
যমদূতে নিয়া যাতনা ভুঞ্জাইব, শৰীৰতে দণ্ড দিয়া ॥
আহিবৰ এদিনা যাবৰ এদিনা, তিনদিনৰ বাতৰি নাই।
খাবৰ জীৱৰ অৰ্থে সঙ্গতি কৰিলোঁ লগৰে সাৰথি নাই ॥
কহয় মাধৱ শুনা বন্ধু সৱে এৰিও বিষয়-ধান্দা।
ৰাম-নাম ধন অমূল্য ৰতন হৰি-নাম গলে বান্ধা ॥



( ৯ )

ঘোষা— গুৰু! মোকে দয়া নাছাৰিবা—
মই বৰ পাপৰ পাপী—গুৰু চৰণে ৰাখিবা ॥

পদ— দয়া মোৰে দয়া মোৰে—দয়া মোৰে প্ৰাণ—
কোন বস্তু হৈবে পাৰে ( গুৰু ) দয়াৰ সমান ॥
ইকুলো নাপাইলোঁ ( গুৰু ) সিকুলো নাপাইলোঁ।
মাজসাগৰৰ মাজে ( মই ) জাজী হৈয়া ৰৈলোঁ ॥
ৰৈলোঁ, ৰৈলোঁ, জাজী হৈয়া, মাণিকৰে আশে।
সাগৰ শুকাল, মাণিক লুকাল, (গুৰু) মোৰ কৰ্ম্ম-দোষে ॥
ঘৰ ভৈলা বাহিৰ ( গুৰু ) বাহিৰ ভৈলা ঘৰ।
পৰে ভৈলা আপোন, আপোন ভৈলা পৰ ॥
অগুৰু চন্দনৰ গন্ধে শৰীৰ ভৈলা ক'লা।
শ্যাম বৰণ প্ৰভু ( মোৰ ) গলে বনমালা ॥
কহয় মাধৱ দাসে এই বাৰ বাৰ
গুৰুৰ চৰণ বিনে গতি নাহি আৰ ॥

( ১০ )

সোণৰ শ'ল মাছ তুবুঙাই সাৰিলে
বগলী অতি শিয়ান।
হাতত পাঁজি লৈ ঢেঁকীয়াপতীয়াক
হাঁহচোৰে বিহে বিধান ॥
নলৰ আগত জঁটীয়া বগলী
চিলনী কি খাই জীয়ে।
বেজাৰ আগত ৰান্ধন-বাঢ়ন
উধানে কি কাপোৰ সিয়ে।
হেৰেমে গিলিলে গোহালি স্বৰ্গদেউ
পঘাই গিলিলে গৰু।

হাতত জাকু লৈ বান্ধনী লৰ মাৰে
পাছত খেদি যায় চকু ॥
শিৰিঙ পৰ্ব্বতত মাছৰে উজান
বগক ধৰি ধৰি খায় ।
বগৰ পিঠিত মাছৰ উজান
চাকোলাই পল লই যায় ॥
মাখিৰ মূৰ কাটি সাজে জয়ঢোল
পিপড়া ছালেৰে ছায় ।
কেঁতকুৰি ছালেৰে বৰটি কাটিলে
ফৰিঙৰ ঠেঙেৰে বায় ॥
বোবাই ৰাগ মাৰে কলাই শলাগে
কোঙাই মিৰ্‌দং বায় ।
মিৰ্‌দং গুমগুমনি সহিব নোৱাৰি
অন্ধই চকু মেলি চায় ॥
এটি ৰাগ মাৰিলে কবিৰাজ ভকতে
গছৰ পাত সৰি যায় ।
এটি ৰাগ মাৰিলে ডালিমচৈ ভকতে
গছৰ পাত জোৰা খায় ॥
আমৰ গছত ডাব নাৰিকল
কঠালৰ গছত বেল ।
আমাৰ চাৰি ভাই ৰজাৰ কটকী
এন্দুৰৰ গাঁততহে মেল ॥

( ১১ )

ঘোষা—হয় হে গুৰুজীৰ বো-দাই
কেনেকৈ বজায় বাঁশী ।



মূৰৰে ওকনি চাপৰি ধৰিছে
পিপড়াৰ খলখলি হাঁসি ॥

পদ—সৌৰাৰ গছতে ছয়কুৰি কঠাল
ধুতুৰাৰ গছত বেল ।
কেঁতকুৰি পিপড়াৰ পাখা কাটোঁতে
কুঠাৰ ভাঙি গেল ॥
খাল শুকাল, বিলো শুকাল,
পুঠীমাছ ফুৰে ডালে ডালে ।
কেঁতকুৰি পিপড়াই চৈধটা হাতী খালে
তলপেট নভৰিল ভালে ।
পৰ্ব্বতৰ ওপৰত ফুলিছে কমল
সমুদ্ৰৰ মাজত গাছ ।
জলৰ মাজতে মৃগে বাস লৈলা
গছৰ ওপৰত মাছ ॥
দৰিকনাৰ খেদা খাই ঘৰিয়াল পলাই যায়
আগত উৰমেলি শাৰি ।
ভাতবন্ধা ৰান্ধনীক ধানে গিলিলা,
তেলে গিলিলা তেলী ॥
শলৰ পেটত শাল উপজিল
বগক ধৰি ধৰি খায় ।
হস্তীৰ ওপৰে উজান পৰিছে
চৌৰাশি পলোৱা ঠাই ।
কচু কাটোঁতে বৰকুঠাৰ ভাঙিল
শিলত বিন্ধিলা ঘুণে ।
ব্ৰহ্মপুত্ৰ নদী খাল জুই লাগি পুৰি গ'ল
ই কথা নপতিয়াব কোনে ॥

খুতুৰা ঠাৰিৰ মৃদঙ্গ কাটিলোঁ
মকৰাৰ জালেদি ছিয়াওঁ।
চিনাজোক বপুৰাই কান্ধে লৈ যায়,
ফৰিঙাৰ ঠেঙেৰে বজাওঁ।
ৰৌৰ মূৰতে কুকুৰাৰ বাহা,
কুকুৰা কিমতে জীয়ে।
বেজীৰ আগত বান্ধাবাঢ়া কৰে,
উধানে কানি কেঠা সিয়ে॥
বাঘৰে ছাগৰে মই হালখন জুৰিলোঁ,
কাৰ্শলা সাপৰ লৰু।
ডালৰ বান্দৰে আলি-পাহ কাটিলে
ভালুকে ছাবিলা গৰু॥
কহয় মাধৱে শুনা ভক্তসৱে
আতপৰে আন নাই।
গুৰুৰ চৰণ হৃদয়ে ধৰিয়া
দিনে দিনে মাধৱে গায়॥

( ১২ )

ঘোষা— দয়াময়! অনাথৰ নাথ প্ৰভু!
চৰণে শৰণ লৈলোঁ তোমাৰ।

পদ— চাৰি বেদৰ মাজত প্ৰভু আমাক দিলা থিতি।
ধৰ্ম্ম দিলা, কৰ্ম্ম দিলা, আৰু গায়ত্ৰী॥
পশু-পক্ষী আদি কৰি চেনেহত পোহয়।
কাটি খাবাৰ বেলা তাক কিছু দয়া নাই॥
ক'ত পালা ভাৰ্য্যা পুত্ৰ, ক'ত পালা ভাই।
বিৰিখত আছিল যেন লতাই মেৰাই॥
আহোঁতে আহিছোঁ নাঙঠা, যাওঁতে শূইন।
লগত সাৰথি যাব পাপ আৰু পুইণ॥



ধন-জন পুত্ৰ-ভাৰ্য্যা মিছা মায়াজৰী।
মিছাতে মৰিছে জীৱে অহঙ্কাৰ কৰি॥
ধান-ধনে কৰিছোঁ আশা এতে ৰব পৰি।
ভাৰ্য্যা-পুত্ৰ কৰিছোঁ আশা লগত নাযায় মৰি॥
দেহকে কৰিছোঁ আশা খাব মাটি-জুই।
লগত সাৰথি যাব পাপ পুণ্য দুই॥
ধনগৰ্ব্বী, মনগৰ্ব্বী, চিতগৰ্ব্বী কায়া।
তিনদিনীয়া লটৌপটৌ সংহৰিব মায়া॥

( ১৩ )

ঘোষা— হৰি দেহা যায় পৰি,
দেহাৰ নাই আপোনাৰ, জীৱৰ নাই স্বতন্তৰ
জানিবা নিশ্চয় কৰি॥

পদ— মৎস্যক মাৰিবা অনেক যতনে
জাল পল পাতি থলে।
জীউক মাৰিবা অনেক যতনে
বান্ধিছে মায়াৰ দোলে॥
সৰুৰে পৰায়ে মই ঘৰ সজালোঁ
মূৰৰে পকালোঁ চুলি।
মৰিবৰ বেলিকা বাজ ওলাই থৈলা
ঘৰ চুৰা যায় বুলি॥
বাৰীৰে পাছৰে জাতি বাঁহেজুপি
সেইহে সোদৰৰ ভাই।
জীৱন্তে থাকি কৰে খুটা-কামী
মৰিলে লগতে যায়॥
সৰুঘৰ বান্ধিলোঁ, বৰঘৰ বান্ধিলোঁ
নিজ ঘৰ মনত নাই।

যেতিয়া আহিব নিজ ঘৰৰ ডাকুটি
অকাৰণ কান্দে বাপ-মাই ॥
হাবিবে মৰা খৰি নেকান্দ ৰবেকৰি
পুৰিলে হৈ যায় ছাই ।
মৰা জন মৰিলে নেকান্দ ৰবেকৰি
কান্দিলে পাবলৈ নাই ॥
নদীৰে কাষৰে উত্তম চাপৰি
তাতে থাকে মনাই শুই ।
চিতাতে তুলিয়া সাত মেৰ ঘূৰিয়া
কোন সতে লগাই দিওঁ জুই ॥

( ১৪ )

ঘোষা— পগলা মন ভাই ! বলিয়া মন ।
পগলা মন ভাই, কিয় থিতি নোহা তই ॥

পদ— মনকে লাৰিবা মনকে চাৰিবা
মনকে নিদিবা লাই ।
পাপিষ্ঠ মনকে বান্ধিবা নৰিলোঁ
পঘা ছিঙি ঘাঁহ খায় ॥
গাছে বন্দী হৈলা গাছৰে শালিকা
লালিত বন্দী হৈলা মাখি ।
নাৰীৰ লগত পুৰুষ বন্দী হৈলা
ঢুৰে বন্দী হৈলা হাতী ॥
তেল দি মোকোলায় গাছৰে শালিকা
পানী দি মোকোলায় মাখি ।
হৰিৰ কথা পাতি পুৰুষক মোকোলায়
ঢুৰ কাটি মোকোলায় হাতী ॥



নাজানি কৰিলোঁ গোপীত পীৰিতি
জীউতে লগাইলো পাপ ।
চৈধখন ব্ৰহ্মাণ্ডত ভ্ৰমিয়া ফুৰিলোঁ
যেন মই কুমাৰৰ চাক ॥
শিশুকাল গৈল হাঁসিতে-খেলিতে
যুৱত কাল গৈল হেলে ।
বৃদ্ধ কালতে হৰি নভজিয়া
পৰি ৰৈলোঁ মায়াজালে ॥
বুঢ়া হৈলোঁ আহি হাতে লৈলোঁ লাঠী
লৰক্‌ফৰক্ কৰে মাথা ।
হাথিতে নপাৰে চলিতে নপাৰে
মুখেও নসৰে কথা ॥
হালে সৰাসৰি গাও ধুলাধুলি
চুল যেন মৰাপাতা ।
হৰিৰ নাম বিনে আৰ নাই কেৰে
আপোনাৰ শৰীলে জোপা ॥
ভাৰ্য্যা পুত্ৰ ধন সব অকাৰণ
হৰিৰ নামে কৰা সাৰ ।
মহা সঙ্কটত অভয় সাগৰে
হৰিৰ নামে হ'বা পাৰ ॥

( ১৫ )

ঘোষা— অ' বায়ৰে বায় !
আমাক বিদায় দিয়া কালনীৰ মাও
অ' বায়ৰে বায় ॥

পদ— গণিয়া-পঢ়িয়া মই বিবাহ কৰাইলোঁ
উত্তম পণ্ডিতৰ জী ।

কালি বিয়া কৰাই বিহানে চলি যাব
শিষ্যৰ বিলাই হ'ব কি ?
মায়েকে কান্দয়—পুতেৰ পুত বাছা,
বইনীয়ে কান্দয়—সন্দ্ৰেৰ ভাই।
পতিৰ ভাৰ্য্যাই ধূলাত বাগৰি কান্দে
"মোৰ স্বামী সন্যাসী হয়।"
কে দিব ৰান্ধিয়া, কে দিব বাঢ়িয়া
কে দিব এই জুই-পানী,
"গধূলি বেলিয়া কাৰ ঘৰত ৰবি ভায়া,
কে দিব ঘৰ-বাহাখানি ?"
মাৱে কাটিয়া দিলা সৰু সূঁতাখানি
বইনীয়ে বানাই দিলা সোণা,
মাথাৰ ওপৰত ভোমোৰাই ৰোল কৰে
মুখে জ্বলে কেঁচা-সোণা।

( ১৬ )

ঘোষা— মনুৰায়। মনুৰায়। মনুৰায় !
মনুৰায়। যায় দিন, নাহে ফিৰিয়া।

পদ— নাও হৈলা একে হাত বানাই মাৰিলা পাত
গুৰাক লগাইলা চান্দি চান্দি।
চান্দৰ ওপৰত বান্ধ, তাৰ ওপৰত মণিৰাজ
ভৰত কমলা হৈলা বন্দী ॥
অকাঠে শিমলুৰ নাও, নাজানো বণিজৰ ভাও
নৌকাৰ ভিতৰে জ্বলে বাতি।
হীৰামন মাণিকে ভৰা, আৰু ভৰা ৰতন
সাধুৰ সঙ্গ কিবা দিন-ৰাতি ॥



সুৱৰ্ণৰ ছবি বৈঠা, ৰূপাৰ মোৰ গলা নাও
সেই নৌকা শুকানত চলে।
গুৰুৰ আশীৰ্ব্বাদে কাৰ্ শলা কুৱাতে
সেই নৌকা উজান-ভাটী কৰে ॥

দাঁৰিয়ে দাঁৰ বায় নাও সঞ্চে ধূলায়,
চৌদিশি ধূলায়ে চৰাৰি।
ত্ৰিপিনৰ ঘাটতে সেই নৌকা বুৰি গ'ল
ভৈল থৈ পলাল বেগাৰি ॥

এডালি শিমলু গছ কুৰুৱাই বান্ধিলা বাস
বগুলাই ফুকাইলা ছেও।
বিশ্ৰম দৰিয়া মাজে ঘকা খেলিতে আছে
শুকানত বুৰিল সাওদৰ নাও ॥

ক্ষীৰ নদীৰ বৰ ধাৰ নাও কৰে থৰ বৰ
গগনে ছুটিয়া উঠে পানী।
ত্ৰিপিনৰ ঘাটতে নৌকাখন মাৰা গ'ল
মনাই বোলে আমিতো নাজানি ॥

সাগৰো (মোৰ) শুকাল, মাণিকো লুকাল
লুকাল দৰিয়াৰ নীল।
কচুৰ পাতৰ-পানী কৰে তলবল
সেইমত মানৱী শৰীল ॥

বৰঘৰ বান্ধিলো মাৰলি ছাটিলোঁ
ইকবাৰ বনালো ৰুই।
সেই ঘৰৰ পাৰত শুৱলৈ নেপালোঁ
নদীৰ কাষত দিলে জুই ॥

( ১৭ )

ঘোষা—জয় মাধৱ হৰি অ' হৰি হৰি কিনো
অ'ৰে লিখিলা কপালে।
ৰাধা মোকে দিয়ো ৰে, দিয়ো ৰে বিদায় ॥

পদ—পূৱে উঠিলা ৰঙা বেলি তাকে বোলে ভানু।
অ' ৰাধাৰ অঞ্চলে ধৰি বিদায় মাগে কানু ॥
অ' ৰাধাৰ অঞ্চলে ধৰি বিদায় মাগে কানু ॥
ৰাধা, মোকে দিয়ো ৰে, দিয়ো ৰে বিদায় ॥
ভাৰ বওঁতে ভাৰ বওঁতে কান্ধো গৈলা ফুটি।
পাছে পাছে বলৰামে কৰি যায় তুতি ॥
পাছে পাছে বলৰামে কৰি যায় তুতি ॥
ৰাধা, মোকে দিয়োৰে, দিয়োৰে বিদায় ॥
কানাই বলে ঐটো ৰাধা ভৰিত দুঃখ পাওঁ।
কদম তলে ভাৰ থৈয়া বিশ্ৰামকে লওঁ ॥
ৰাধা, মোকে দিয়ো ৰে, দিয়ো ৰে বিদায় ॥
সোণাৰে শিকিয়াযুৰি ৰূপাৰে বাঁওকা।
কানুৰ কান্ধে ভৰ দিয়া চলিছে ৰাধিকা ॥
কানুৰ কান্ধে ভৰ দিয়া চলিছে ৰাধিকা ॥
ৰাধা, মোকে দিয়ো ৰে, দিয়ো ৰে বিদায় ॥
বাও নাইকা, বতাহ নাইকা, কদম কেন্‌কে হালে।
ঠানুৰা কদমৰ ঠানি থানাকথুনুক ভাঙে ॥
ঠানুৰা কদমৰ ঠানু থানাকথুনুক ভাঙে।
ৰাধা, মোকে দিয়ো ৰে, দিয়ো ৰে বিদায় ॥

( ১৮ )

ঘোষা— কৃষ্ণদেৱ! কৃষ্ণদেৱ! আছে নাম নপৰে মনত।
কামনাৰ লয় কৰা তযু চৰণত ॥



পদ—(অ, হৰি এ) যাৰ নামে সৰজিলা তাকে বোলে চুলি
হায় হায় তাকে বোলে চুলি (হৰি এ)।
অ' সেই চুলিদি লব লাগে গুৰু-ভকতৰ ধূলি ॥
এহিসে কামনা কৰোঁ তযু চৰণত ॥

(অ, হৰি এ) যাৰ নামে সৰজিলা তাকে বোলে কাণ
হায় হায় তাকে বোলে কাণ (হৰি এ)।
অ' সেই কাণেদি লব লাগে গুৰু-ভকতৰ নাম ॥
এহিসে কামনা কৰোঁ তযু চৰণত ॥

( অ' হৰি এ ) যাৰ নামে সৰজিলা তাকে বোলে জিভা।
সংসাৰৰ বস্তু খায় মানে তাতে লাগে লেঠা ॥
যাৰ নামে সৰজিলা তাকে বোলে চক্ষু।
ইয়াৰ লাগি মনক লাগে যত মানে বস্তু ॥
কামনাৰ লয় কৰা তযু চৰণত ॥

যাৰ নামে সৰজিলা তাকে বোলে হস্ত।
লৰকফৰক কৰি ইও চপাই লয় কষ্ট ॥
কামনাৰ লয় কৰা তযু চৰণত ॥

( ১৯ )

ঘোষা— নাম হৰি ধন ভকত হৰি ধন
ঐ আৰে মিছা ভাৰ্য্যা-পুত্ৰ-ধন, মিছাৰে জীৱন ॥

পদ— কোন ফালৰ ভকত কোন ফালে যাওঁ।
হায় হায় কোন ফালে যাওঁ ॥
উত্তৰ ফালৰ ভকত মই দক্ষিণ ফালে যাওঁ ॥
কোন ফালৰ ভকত তুমি ক'ত দিলা ভৰি।
চোতালখন ফাটি গ'ল চৰ্ চৰ্ কৰি ॥

তামোল দিয়া পাণ দিয়া কাটিছিঙি খাওঁ ।
বেজী দিয়া বটীয়া দিয়া চোতাল সিয়ে যাওঁ ॥
কোনে দিলা জাপি-টকন, কোনে দিলা মালা ।
হৰে দিলা হৰ-ডম্বৰু, ব্ৰহ্মাই দিলা মালা ॥
কোন মুখে ভিক্ষা মাগি কোন মুখে খাওঁ ।
হৰিৰ মুখে ভিক্ষা মাগি আপোনমুখে খাওঁ ॥

( ২০ )

ঘোষা—ওহে পণ্ডিত-ভাই কেনে নিয়ম বাসনা,
হিয়াৰ ভিতৰে হৰি তাহাক নুস্মৰি
তই হলি পশুৰ নিচিনা ॥

পদ—একটুপি জলতে দুই মৎস্য স্ৰজিলা, শাল শল দুই প্ৰাণা ।
শলটোক বাছি-কুটি খায়, শালটোক কিয় ভৈল মানা ॥
গাঁৱৰ বিৰালী চৰু-হাড়ী লাৰি খায়, শাল শিঙি বিটলাই পানী—,
উজানৰ ঘাটত হিন্দুই হাৰাম ধোৱে, ভাটীৰ ঘাটে মুচলমানী— ॥
কহয় কবিৰ কোন দেশৰ ফকিৰা, পণ্ডিতত ক'বা বুজাই ।
বামুণৰ বিধবাই মৎস্য ত্যজিলা, কিমতেনো পানী খায় ॥

( ২১ )

ঘোষা— দেহাৰ মাননি সেৱা জীৱৰ মুকুত ।
কোনখানি আত্ম-স্থান কোৱা কুন্তীসুত ॥

পদ— একদল, দুইদল, নাভি দশ দল ।
অষ্টদল, পদ্ম আছে হৃদয় কমল ॥
তালুত যোলৰ ডাল ললাটত দুই ।
যোগশাস্ত্ৰমতে এই ছয় চক্ৰ হুই ॥



ছয় নাম, ছয় চক্ৰ ; মধ্যে শ্ৰীহৰি ।
হৃদয়ৰ মাজে থাকে মহাৰঙ্গ কৰি ॥
একগোট নাম আছে সংসাৰক ধৰি ।
আপোনমুখে ল'বা নাম গুৰুত বিচাৰি ॥
চাৰি গোট নাম আছে চৌপাশে আগুৰি ।
তাৰ মধ্যে প্ৰকাশ কৰে পূৰ্ণানন্দ হৰি ॥
ছয় গোট নাম আছে শক্ৰক জিনিয়া ।
সংসাৰত ৰূপা নাম ৰত্নক চিনিয়া ॥
কহয় মাধৱ দাসে এই তত্ত্বৰ সাৰ ।
গুৰুত বিচাৰি লোৱা কৰিয়া বিচাৰ ॥

( ২২ )

ঘোষা— মোকে কিনু কৃপা ভৈল
দেৱ দামোদৰ দেখিলোঁ নয়নে ॥

পদ— দেহাৰ মাননি সেৱা জীৱৰে মুকুত ।
কোনখানি আত্ম-স্থান কোৱা কুন্তীসুত ॥
তাহাৰ ওপৰে ঈশ্বৰৰ বাসস্থান ।
তাহাৰ ওপৰে বহি আছে সনাতন ॥
তাহাৰ ওপৰ ঈশ্বৰৰ নিজ পাত ।
তিনিও সংযোগে হয় তিৰপিনিৰ ঘাট ॥
আৰু এটা নদী আছে তলে বেস্ত বাই ।
সেই নদীক চিনিলে গুৰুক চিনা যায় ॥
আৰু এটা নদী আছে বয় তীক্ষ্ণ ধাৰে ।
কাল বিকাল দুই পক্ষী ইপাৰে সিপাৰে ॥
পুখুৰীত পানী নাই চৰে দুই পক্ষী ।
সিকাৰণে দুই পক্ষীৰ নাই দেখাদেখি ॥

বসৰ কনিষ্ঠ ভেলা শক্তি যাৰ নাম।
শাৰী হৈ বহি আছে বৈষ্ণৱ বাৰ জন ॥
কহয় মাধৱ দাসে এই তত্ত্বৰ সাৰ।
গুৰুত সুধিয়া লৈবা ইহাৰ বিচাৰ ॥

( ২৩ )

ঘোষা— অপাৰ সমুদ্ৰ মাজে,
তৰঙ্গ দেখিয়া নৌকা এ
মনত মিলিছে বৰি ভয় ॥

পদ— আকাশ নাছিলা, পাতাল নাছিলা
নাছিলা অগনি-পানী।
যেতিয়া ব্ৰহ্মাণ্ডত শস্য-মৎস্য নাছিলা,
অন্ন সিজাই আছিল কুনি ॥

চান্দ নাছিলা সূৰ্য্য নাছিলা
নাছিলা সৰগৰ তৰা।
আপোনাৰ দেহাকে চিনিব নৱিলোঁ
জীয়াতে হইলোঁ মৰা ॥

যেতিয়া মহাপ্ৰভুই মনিষ্য স্ৰজিলা—
তাৰ থৈলা কিবা নাও।
সমস্তে ব্ৰহ্মাণ্ড স্ৰজিয়া ঈশ্বৰে—
মধ্যত পাতিলা গাঁও ॥

যেতিয়া আমাৰ মাৰৰ গৰ্ভে স্থিতি
আমাৰ মুখে পঞ্চ ডাঢ়ি।
যেতিয়া আমাৰ মাৰৰ জুৰাণ পিন্ধায়ে —
তাৰ আগে ঘৰ-বাৰী ॥



আগত শ্ৰীশঙ্কৰ গুৰু মাধৱদেৱ
দুয়ো ভৈলা নৌকাৰ কাণ্ডাৰী ॥

( ২৪ )

ঘোষা — কিনো অদভুত ভৈলা হে মনু ভাই,
কিনো অদভুত ভৈলা।
সাৰৰে তিনি সাৰ ঘৰৰে ভিতৰ
মধ্যত ব্ৰহ্মাণ্ড ভৈলা ॥

পদ— ঊৰ্দ্ধ গিৰিৰ মাজত বুদ্ধ প্ৰৱেশিলা
কামৰূপে কামৰায়।
অমৃত-সাগৰে চিনান নকৰি
শৃগালৰ হাত নেৰাই ॥

অধে ৰবিৰ জ্বালা ঊৰ্দ্ধে শশীৰ কলা
মধ্যে সুবেশ চণ্ডাল।
ভৱ-সাগৰে পশিয়া ঈশ্বৰে
ভাঙিলা সৰাৰে বল ॥

বহ্নিৰ তাপ পাই ভ্ৰমৰা উৰায়
তিৰ্পিতিৰে পানী খায়।
সূৰ্য্যমণ্ডলত গুঞ্জৰি গুঞ্জৰি
ভ্ৰমৰে উৰিয়া যায় ॥

কহে যোগেশ্বৰে কৃষ্ণৰ কিঙ্কৰে
কৃষ্ণৰ চৰণ কৰা সাৰ।
গুৰু দিলা অনুমতি নামে ভৈলা পৰম গতি
সুখে হ'বা ভৱ-নদী পাৰ ॥

( ২৫ )

ঘোষা— ভৱ সমুদ্ৰৰ মাজে তৰল দেখিয়া নৌকা
মনে বৰি ভয় লাগে ॥

পদ— কিনু অদভুত ভৈল মন ভাই,
কিনু অদভুত ভৈল।
হাৰে তিনি হাৰ ঘৰৰ ভিতৰ
ব্ৰহ্মাণ্ডে মজ্জিত হৈল ॥
উৰ্দ্ধে ৰবি জ্বলা, অধে শশীকলা,
মধ্যে জ্বলে ভূমণ্ডল।
মাজসাগৰত পশিয়া ঈশ্বৰ
সৰাৰো ভাঙিলা বল ॥
বহ্নিত পৰিয়া ভ্ৰমৰা উৰাই
ত্ৰিপানীতে পানী খাই।
ব্ৰহ্মাণ্ডৰ ভিতৰ ঘূৰিয়া আছিলোঁ
শৃগালৰ হতে নেৰাই ॥
ঊৰ্দ্ধগিৰিৰ পৰা, শুদ্ধ প্ৰৱেশিলোঁ
কামৰূপে কামৰায়।
চন্দ্ৰমণ্ডলে গুঞ্জৰি গুঞ্জৰি
ভ্ৰমৰা গোপশে যায় ॥
কহে দামোদৰে কৃষ্ণৰ কিঙ্কৰে,
গুৰুৰ চৰণ কৰি সাৰ।
গুৰু অনুমতি নামে পৰম গতি সুখে
হৈবা ভৱনদী পাৰ ॥

**দ্বিতীয় খণ্ড সমাপ্ত**

*লোকগীতি-সংগ্ৰহ (৩)*

# গোসাঁই নাম

( ১ )

আজি ৰাতি শিলা বৰষিলে এ
নুশুনো প্ৰজাৰ মাত,
পালি-পহৰীয়া সৰে নিদ্ৰা গলে এ
উপজিলে জগন্নাথ।
গোসাঁই উপজিবৰ কেৰে নেজানিলে এ
অকল বসুদেৱত বিনে।
কংসৰ ভয়তে পলুৱাই থৈছে
নন্দ-যশোদাৰ ঘৰে ॥
গোসাঁই উপজিবৰ জানি বসুদেৱে এ
গুপুতে কৰিলে স্নান।
মনৰ অনুমানত যমুনাৰে তীৰত
কপিলা কৰিলে দান ॥
ঘোৰ অন্ধকাৰে স্বামী অকলশৰে এ
কোলাতে শিশু-ছৱাল।
যমুনা বাঢ়িছে ফেনেফোটোকাৰে
হবা কোনোমতে পাৰ ॥

( ২ )

(অ' হৰি) সৰোবৰ মাজে গজেন্দ্ৰ পৰিছে
গ্ৰাহে আছে তাঙ্ক ধৰি।
সকল হস্তিনী জলতে নামিয়া
আছে জলক্ৰীড়া কৰি ॥

কাল-গ্ৰাহে পাই কামোৰ মাৰিলা
লৈ যায় তলক লাগি।
ভকত-বৎসল কৰা পৰিত্ৰাণ
হেৰা নিয়ে তলক লাগি ॥
নাহিকে সহায় নেদেখি উপায়
একে থিৰে কৰি মন।
ত্ৰাহি হৰি বুলি শুণ্ডে পদ্ম ধৰি
গজেন্দ্ৰ লৈলা শৰণ ॥
সকল হস্তিনী কাষৰ চাপিলা
গাই ছালি দিলা বল।
তিলেক প্ৰমাণ লাৰিবা নপাৰি
পলাইল হস্তীসকল ॥
ভকতৰ দুঃখ দেখি ভগৱন্তে
ছড়িয়া গৰুড়-কন্ধে।
গৰুড়ৰ পৰা নামি জাম্প দিয়া
ৰাখিলা বহু প্ৰৱন্ধে ॥
আথেবেথে আহি হাতে চক্ৰ ধৰি
ছিড়িলা গ্ৰাহৰ মুখ।
চতুৰ্ভুৰ্জ ৰূপে বৈকুণ্ঠে চলিলা
খণ্ডিলা ভকত-দুঃখ ॥
ই গীত ৰচিলা শ্ৰীমন্ত শঙ্কৰে
মহাভাগৱত কথা।
সমাজৰ সৱে বোলা হৰি হৰি
জনম নকৰা বৃথা ॥

( ৩ )

ঘোষা—কি আছে কপালে উদ্ধৱ হে, উদ্ধৱ তুমি গকুলে ৰহিবা
আমাৰ দুঃখৰ কথা কৃষ্ণক কহিবা ॥



পদ— ধূপে-দীপে নৈবেদ্যে আছিলা বাট চাই।
আমাৰ কৰ্ম্মৰ দোষে নাহিলা গোসাঁই ॥
খোজসৱ পৰি ৰৈল কৃষ্ণৰ পাৱৰ।
তাক দেখি গোপীসৱৰ দগধে অন্তৰ ॥
আহোঁ বুলি বান্ধৱ কৃষ্ণ নাহিলা দুনাই।
হামো গোপী মৰবহুঁ গৰল-বিষ খাই ॥
কহয় মাধৱ দাসে এ ৰস ভাবিয়া।
উদ্ধৱত কহে কথা ( গোপী ) কান্দিয়া কান্দিয়া ॥

( ৪ )

ঘোষা— প্ৰাণবন্ধু হৰি হে! মই কোন আশে জনম লভিলোঁ।
হৰি হৰি পাঞ্চ-স্বামী অনাথ কৰিলোঁ ॥
পদ— আছিলোঁ দ্ৰুপদৰ ঘৰে,
( হৰি হে মই ) জন্মিলো দেৱতাৰ বৰে,
( হৰি হৰি ) পিতৃ নাম থৈলা যাজ্ঞসেনী ॥
সহদেৱ ৰাখে পালে, নকুল ৰৈল ঘোঁৰাশালে,
হৰি হৰি যুধিষ্ঠিৰ পাশাত হাৰলা ॥
যাহাৰ শঙ্খৰ ধ্বনি দেৱলোক থাকে শুনি,
হৰি হৰি সিও ৰৈল নাৰীৰ আকাৰে ॥
যাহাৰ গদাৰ চোটে মেদিনী-মণ্ডল ফাটে।
হৰি হৰি সিও ভৈলা মৎস্যৰে ৰান্ধনি ॥
চন্দন পিষন্তে মোৰ দশ নখ গৈলা ক্ষয়,
হৰি হৰি গায় গীত দ্ৰুপদনন্দিনী ॥

( ৫ )

হে প্ৰভু জগবন্ধু নতৰিলোঁ ভৱ-সিন্ধু
কিনো গতি হৈবেক আমাৰ।
বুজিও নুবুজা হলোঁ কি মায়াত পৰি ৰৈলোঁ
কৰা প্ৰভু কৰুণা ইবাৰ ॥

ত্ৰাণ কৰা হে ঈশ্বৰ, তুমি প্ৰভু দামোদৰ
আৰু মোক নৈৰাশ নকৰা।
এৰিও উদাস ভাব কৰি লোৱা নিজ দাস
তোমাৰ সেৱাৰ পাত্ৰ কৰা ॥

( ৬ )

মাধৱ কি দিবো যাদববায়।
ব্ৰহ্মাণ্ড ভিতৰে যত বস্তু আছে
সমস্তে তোমাতে পায় ॥
কি মই আসন দিবোঁ নাৰায়ণ
গৰুড় যাৰ বাহন।
কিবা অলঙ্কাৰ বাঞ্ছিব মাধৱ
কৌস্তুভে যাৰ শোভন ॥
কিবা দ্ৰব্য দিয়া পূজিবোঁ মাধৱ
আপুনি লক্ষ্মীৰ পতি।
কিবা স্তুতি নতি কৰিবো মাধৱ
কণ্ঠে যাৰ সৰস্বতী ॥
কিবা পুষ্প দিয়া পূজিবোঁ মাধৱ
হস্তে যাৰ শোভে পদ্ম।
ভকত-বৎসল কৰা পৰিত্ৰাণ
নকৰিবা মোক ছদ্ম ॥
কহয় মাধৱ ঐ প্ৰাণৰ বান্ধৱ
ইবাৰ নেৰিবা হৰি।
বাৰে বাৰে মোক ভুঞ্জাইছা নিকাৰ
নিয়োক নাথ উদ্ধাৰি ॥

**তৃতীয় খণ্ড সমাপ্ত**

## লোকগীতি সংগ্ৰহ (৪)

# আই-নাম

আসন পাতি পূজা কৰে আগলতি পাতত।
আঁচল পাতি পুত্ৰ মাগে শীতলা মাৱত ॥
শীতলা দেৱী আই কৰিছোঁ শতেক দায়
মাগিছোঁ চৰণত ধৰি।
দুখীয়াৰ পুতলি আইৰ নাম শীতলী
দি যোৱা বুকু জুৰ কৰি ॥
আই আহে নাৰায়ণী হৰৰে ঘৰণী।
কিবা সেৱা লাগে আইক নাজানিলো আমি ॥
কৈলাস নগৰী যোৱা ৰঙ্গ কৰি
বালেকক আশীৰ্ব্বাদ কৰি ॥
দিপৰ বেলা আই আহি ছাঁয়াত দিলা ভৰি।
আশীৰ্ব্বাদ কৰিবা আহে আই অপেস্বৰী ॥
ৰাখা দুৰ্গা, ৰাখা চণ্ডী, ৰাখা শূলপাণি।
তোমাৰ দাসক ৰক্ষা কৰা জগত-গোসাঁনী ॥
বাটে বাটে ফুৰে আই শিশু ওমলাই।
গাৱ চাই ভাৰ দিবা জগতৰে আই ॥
সোণৰে এডালি জৰী ৰূপৰে এডালি জৰী।
আইৰ নও ভনীয়েক নামি আহিছে হাতত ধৰাধৰি ॥
আই-ঠাকুৰাণী আই নীলাচলে তোমাৰ ঠাই।
অম্বিকা, চণ্ডিকা ভৱানী কামাখ্যা এইৰূপে ফুৰা বেৰাই ॥

আই ঠাকুৰাণী আই, নীলাচলে তোমাৰ থিতি।
তোমাৰ চৰণে প্ৰাৰ্থনা কৰিছোঁ ৰক্ষা কৰা ভগৱতী ॥

আই ঠাকুৰাণী আই আকাশে শঙ্খ বজাই।
বিমানে চৰিয়া নামি আহিছে, নৰমনিষৰ ঠাই ॥

আই ঠাকুৰাণী আই সোণৰে এখনি ডলা ৰূপৰে এখনি ডলা।
আইৰ নও ভনীয়েক নামি আহিছে ফুলবাৰী নগৰৰ পৰা ॥

হৰৰ পাৰ্ব্বতী, আই ভগৱতী, দি যোৱা চৰণৰ ধূলি এ।
আই ৰুই গৈলা বাটৰ আহতডালি আইৰ মান চেনেহী নাই ॥
কিবা চৰাই মাতে আই মালা গাঁথ দুখীয়াৰ ঘৰত সোমাই ॥

যমুনা তীৰৰ কদমডালিৰ আগ ঝিল্‌মিল্ কৰে।
তাতে উঠি আই ভগৱতী কীৰ্ত্তন শ্ৰৱণ কৰে ॥

স্বৰ্গৰ অপেস্বৰী মাতিম কেনে কৰি
নাজানো তুতি-মিনতি।
গধূলি সময় হ'ল আইৰ আসন পৰি ৰ'ল
আই গৈলা ৰথে চৰি ॥

গধূলিতে আই আহে পদূলিকে চাই—
মহামায়া আই আহে সোণৰ বংশী বাই ॥

দুখীয়াৰ ভঙা ঘৰ দুৱাৰত নাই গৰ
আই আহিছে ৰঙে।
গায়ে গুটি গুটি মাথাত ৰঙা টুপি
আহিছে ৰূপহী আই ॥

স্বৰ্গৰ পৰা নামি আহিল অপেস্বৰী আই।
মাথাত ছত্ৰ ধৰি আনে ঐৰাৱতে পাই ॥



আই তুমি, নামৰ সাগৰ, ঘৰে ঘৰে ধৰোঁ নাম নেলাগে ভাগৰ।
আই তুমি নামৰ বলিয়া, ঘৰে ঘৰে কৰোঁ নাম যাচিয়া যাচিয়া ॥

শুকুলা আসনত বহি ভগৱতী
মাৰে আলা চাউলৰ ছাতি
হাঁহে খলখলি পৰি ঢলি ঢলি
দুখীয়াৰ বিয়াকুল দেখি,
শীতলৰ ঘাৰে আই নামি আহে
তামৰে কলসী লৈ।

ছকুৰি বামুণে চণ্ডী পাঠ কৰিলা—
শীতলাক আগতে লৈ ॥

হিঙ্গুল হাইতালে আইৰ দুইখানি পাৱ।
তাকে তুলি নাৰৱীয়াই কৰিলেক পাৰ।
আইক লাগি ঠাই আছে নামে নীলাচল ॥

আই নাজানিলো ভকতি তোমাৰ।
কাকুতি কৰিছোঁ মাৰ দুঃখত কৰা পাৰ ॥

আপুনি পিন্ধিলা বস্ত্ৰ গুটিফুলৰ পাৰি।
ওপৰণি বস্ত্ৰক লৈলা আগুৰণ কৰি ॥
আইৰ চেনেহৰ পোহনীয়া ম'ৰা—
মঠৰ চৌকাষে ঘূৰে।

আই আহিছে হস্তী-গমনে
প্ৰজাক পালিবাৰ মনে ॥

কৈলাস নগৰী, যোৱা ৰঙ্গ কৰি
বালেকক আশীৰ্ব্বাদ কৰি ॥

গোলোকত আছিলা,—
শীতলা দেৱী আই! কৈলাসত কৰিলা বাস।
মাছে-মগৰে শিহু-ঘৰিয়ালে সমস্তে তোমাৰে দাস ॥

আলৰা চাউলৰ শুকান গুৱা—মনত ৰঙ্গে লৈবা।
দুখীয়াই কৰিছে তুতি দয়া কৰি যাবা ॥

গুটিমালী ফুল, ঠাকাৰাঠুকুৰা, কেতেকী পৰিছে হালি।
তাৰে তলতে আই বহি আছে সাক্ষাতে দেখিলোঁ আমি ॥

* * * *

কি দিয়া পূজিম আই মনত নাই স্থিৰ।
দেহা দিয়া পূজিম আই পাপে জৰজিৰ ॥

অন্ন দিয়া পূজিম আই আপোনাতে আছে।
জন দিয়া পূজিম আই বিতাল কৰিলা মাছে ॥

দুগ্ধ দিয়া পূজিম আই বাচৰুই আগে খায়।
পুষ্প দিয়া পূজিম আই ভ্ৰমৰে চুহি যায় ॥

পাণ দিয়া পূজিম আই মকৰাই চুহি যায়।
তামোল দিয়া পূজিম আই বচে আগে খায় ॥

লোণ দিয়া পূজিম আই তাতো আছে বালা।
আদা দিয়া পূজিম আই সিও হ'ল জালা ॥

ধূপ দিয়া পূজিম আই ছাই উৰি যায়।
বন্তি দিয়া পূজিম আই আকাশে উৰায় ॥

যি ফুলে পূজিম আই সিও ফুল নাই।
আইৰ চৰণকে আনি থাকিম নিতে চাই ॥

যি ফুলে পূজিম আই সি ফুল গ'ল সৰি।
আইৰ চৰণত আমি থাকিম নিতে ধৰি ॥

যি ফুলে পূজিম আই সিও ফুল চুৰা।
নামেৰেই পূজিম আই গধূলি-পুৰা ॥

এই নামে সন্তোষ হোৱা।
(হোৱা) এই নামে সন্তোষ হোৱা ॥



আইৰ নও ভনীয়েকৰ চৰণত ধৰিছোঁ।
আৰু সাতবাৰ সেৱা।
হোৱা ভগৱতী
এই নামে সন্তোষ হোৱা ॥

( ২ )

দুৰ্গা নাৰায়ণী পতিতপাৱনী—
কৈলাসে কৰিলা বাস।
শঙ্খ-চক্ৰ ধৰি ৰাখা ভগৱতী—
সমস্তে তোমাৰে দাস ॥

কৈলাসত আছিলা চামুণ্ডা গোসাঁনী
তোমাৰ নাম আছিলে সতী।
স্বামীৰ ভাগ নেদেখি প্ৰাণকো ত্যজিলা
ল'লাহি জনম পাৰ্ব্বতী ॥

মেঘে যেন গৰ্জ্জে মহিষ অসুৰে
স্বৰ্গ খণ্ড খণ্ড কৰে।
ৰহ ৰহ বাণী বুলিয়া গোসাঁনী
আয়ে মধু-পান কৰে ॥

আয়ে স্নান কৰা সোণৰ পানী ছৰিয়া—
বৈছাই আনিছে বায়।
আই বিনন্দীয়া চৰাই হালধীয়া
উপমা দিবলৈ নাই ॥

আইৰে আঙুলি গঙ্গাৰে কান্ধুলী—
আগত ৰত্নাৱলী পুথি।
কৈছে হাতে তুলি অভয়া গোসাঁনী—
নেৰিবা ধৰমৰ খুটি ॥

মাটিতে বাগৰি মই কৰোঁ তুতি
অজ্ঞান বালকৰে হৈ।
যিবা দোষ কৰিলে গিয়ানে-অজ্ঞানে
ক্ষেমা দিয়া মাও হৈ॥

গধূলিতে আই আহে এ পদূলিলৈ চাই।
মহামায়া আই আহে নেপূৰ বজাই॥

চহৰ ফুৰি আই আহে এ জয় মালতী ফুল।
আমপাতৰ ছাতি মাৰি দেহা কৰে জুৰ॥

স্বৰ্গৰ পৰা আই আহে এ চৌপাশতে তৰা।
দুখীয়ালৈ পেলাই দিছে সুখীত ফুলৰ মলা॥

ভগৱতী চৰণ দুটি এ ৰঙা জৱা ফুল।
বিপদত উদ্ধাৰ কৰা ভয় কৰি দূৰ॥

আইৰ আগত ধূপৰ বাতি এ শঙ্খ ঘণ্টা বাজে।
মহামায়া আইৰ আগত জীৱদান মাগে॥

আসনৰ চৌপাশে এ চম্পা নাগেশ্বৰ।
মলমলাই গোন্ধাই আছে আসনৰ ওপৰ॥

আসনৰ চৌপাশে এ ফুলিছে তগৰ।
আসনত বহি আয়ে ভাঙিছে জগৰ॥

আসনত বহি আয়ে এ চৌপাশে চায়।
অসুৰৰ সেনা সৱ বিভঙ্গে পলায়॥

অসুৰকে বধিবৰে এ দুৰ্গাৰ হৈল মন।
দক্ষিণলৈ অস্ত্ৰ পেলায় খসায়া কঙ্কন॥

ইপাৰতে বংশী বালে এ সিপাৰলৈ ধ্বনি
ধোপ খেলি আসি আছে শীতলা গোসাঁনী॥



শীতলা দেৱী এ কাকূতি কৰোঁ।
অনুগ্ৰহ কৰা মাতৃ চৰণত ধৰোঁ॥

শীতলা শীতলা দেৱী এ দুটি পাৱত পৰোঁ।
ভকত-বৎসলা মাৰ শুভ বৰ মাগোঁ॥

শীতলাৰ ঘাটে, আয়ে স্নান কৰে—
লাহৰ কেশতাৰি মেলি এ।
ঘাউতিযুগীয়া আইৰে শৰণীয়া—
শতুৰুক নিদিবা এৰি এ॥

উজাই আহিলে আইৰে সাতোভনী—
বালিতে পুতিলে খুটি এ।
ভটীয়াই যোৱাগৈ আইৰে সাতো ভনী—
গোপিনী কৰিছে স্তুতি এ॥

উজাই আহিলে আইৰে সাতো ভনী—
চাৰি পৰেবত জুৰি এ।
তৃণ, তৰু, লতা সৱে মাথা দোৱায়
আই আহিবৰ শুনি এ॥

উজাই আহিলে আইৰে সাতো ভনী
লুইতত মাৰিলে খেৱা এ।
ভয় নকৰিবা ভয়াতুৰ নহবা
আয়ে কৰি যাব দয়া এ॥

এইনো জহেকালি তলে বোকা-পানী
কেনেকৈ আহিলা আই এ।
সোণৰ নাওখনি ৰূপৰ ব'ঠাখনি
বাইছাই আনিছে বাই এ॥

শীতলাৰ ঘাটে আয়ে পানী তোলে
তামৰে কলসী লই এ।
ছঅঁৰা বামুণে চণ্ডীপাঠ কৰিছে
ভৱানীকে আগত লই এ॥

আই আহিবৰ হ'ল বহু দিন
মহাদেৱে পঠাইছে খেদা এ।
যাবা নে নোযোৱা আই ভগৱতী
কৈলাস পৰি আছে সুদা এ॥

দুখীয়াৰ ঘৰলৈ আহে সাতো ভনী
দিবলৈ নাইকিয়া একো এ।
মূৰৰ কেশ ছিঙি দুটি পাৱ মলচি
দেহক পাৰি দিমে সাকোঁ এ॥

দুখীয়াৰ পুতলা আয়ে তুলি দিলে
আইৰ মান ধৰমী নাই এ।
আইৰ নাম শীতলা দুখীয়াৰ পুতলা
দি যাবা বুকু জুৰাই এ॥

আইৰ পাৱে মচা কপাহী গামোছা
আইৰ জালিকটা পীৰা এ।
বৰ আই পাচিছে সৰু আই আহিছে
ফুলবাৰী নগৰৰ পৰা এ॥

আহতৰ পাততে আয়ে পুথি পঢ়ে
দুখীয়াই কাকুতি কৰে এ।
আহতৰ তলতে আয়ে ঢাল খেলে
সোণ পোৱালৰ মণি এ॥



দূৰৈকৈ খেদিবা আইৰে লগৰীয়া
থাকিবা ছৱালক ৰাখি এ।
দুখীয়াৰ কাকুতিত জগতৰ গোসাঁনী
ছৱালক আশীৰ্ব্বাদ কৰে এ॥

দুখীয়াৰ পুতলাক আয়ে দাঙি ধৰে
আইৰ মান ধৰমী নাই।
কি চৰাই নাচিছে আয়ে ফুল বাছিছে
দুখীয়াৰ ঘৰে সোমাই॥

উজাই আহিলে আইৰে সাতোভনী এ
বালিতে পাতিছে সভা।
গোপিনীসকলে কাকুতি কৰিছোঁ
দুখীয়াক দয়া কৰা॥

উজাই আহিলে আইৰে সাতো ভনী এ
বালিতে খপিলে ৰাতি।
উত্তৰে দক্ষিণে মাৰি আহিছে
আবৈ চাউলৰে ছাটি॥

পদূলি মূৰৰে কলীয়া তুলসী এ
পাতে টলেবলে কৰে।
আইৰে পাৰিষদ গোপিনীসকলে
নামেৰে শুশ্ৰূষা কৰে॥

আসনৰ আগতে গুৱা কাটি থৈছোঁ এ
আহোঁতে যাওঁতে খাব।
চৰুত পাৰে ধুব আসনত বহিব
দাসীক দয়া কৰি যাব॥

উজনিৰ দেৱী আই পছিমৰ মহাদেউ এ
দুই জন দ'ললৈ যায়।
দ'লৰ ভিতৰত চায় চকু ফুৰাই
গহ্বৰত পাৰ্ব্বতী নাই ॥

ওলাই মহাদেৱে দ'লত পূজা কৰে এ
বেলত পৰি গল ছাঁয়া।
ৰাইজে স্তুতি কৰে দেৱী সন্তোষ হোৱা
মহাদেউৰ শুদ্ধ কায়া ॥

নেজানি সোমালোঁ আইৰে ফুলেবাৰীত
নিচিনি ছিঙিলো কলি।
এই বাৰৰ দোষকে ক্ষমা ভগৱতী
মাতোঁ চৰণতে পৰি।

**চতুৰ্থ খণ্ড সমাপ্ত**

## *লোকগীতি-সংগ্ৰহ (৫)*

# বাৰমিহলি গীত

## বাৰমাহী

### শান্তী-বাৰমাহী

আঘোণৰ মাসতে শান্তী তৃতীয়াৰ জোন।
চৈধ্য বছৰতে শান্তীৰ ভৈলন্ত যৌৱন ॥
আঠাৰ বছৰে শান্তীৰ বয়সে দিলা ভাঠী।
বুঢ়া ভৈলা, বাথা ভৈলা হাতে লৈলা লাঠী ॥
পৌষৰ মাসতে শান্তী আতি ৰৰিকুঁৱা।
প্ৰাণনাথে জীউনাথে খেলে পাশা-জুৱা ॥
পাশা খেলে, জুৱা খেলে পাশাই নেদে ঢাল।
কৈক এৰি গৈলা প্ৰভু বিনন্দ গোপাল ॥
মাঘৰ মাসতে শান্তী ধৰমৰ তিথি।
চিলানক গৈলা শান্তী ভগিনীৰ সহিতি ॥
আগহাতে জল-ফুল অগুৰু চন্দন।
জলত নামিয়া শান্তী কৰিলা চিলান ॥
ফাগুনৰ মাসতে শান্তী দেউল-যাত্ৰা।
দেউল উপৰে আছে মঠ যে মগৰা ॥
মঠ নোহে, মগৰ নোহে, জগতৰ হৰি।
আলানি-বিলানি কান্দে ধৰণীত পৰি ॥
চৈত্ৰৰ মাসতে শান্তী পকে সৰে বেল।
সেই বেল লৈ সাউদে বণিজক গেল ॥

বণিজকে যাই সাউদে কিবা পালা নিধি।
ডাক ডালিম পকি আছে খাইতে নেদে বিধি ॥

বৈহাগৰ মাসতে শান্তী দেৱতাৰ গৰ্জ্জনি।
দেৱতাৰ গৰ্জ্জনি শুনি মাছে দেয় উজানি ॥

সিও মৎস্যে উজনি দেয় বছৰে একবাৰ।
আমি অভাগিনী নাৰী সেই পটন্তৰ ॥

জেঠৰ মাসতে শান্তী জেঠুৱা বাৰ খৰ।
বনৰ হৰিণা পশু সিও চাপে ঘৰ ॥

যাকে দেখোঁ আপোন আপোন সিও হৱে পৰ।
বিবুদ্ধীয়া সাউদৰ কোঁৱৰ ফিৰি নাহে ঘৰ ॥

আষাৰৰ মাসতে শান্তী আগতীয়া বান।
খেনে উটে, খেনে বুৰে, পুষ্পৰ পালঙ্কখান ॥

পুষ্পৰ পালঙ্কত শান্তীৰ নাহিলা ঘুমটি।
এতদিনে সাউদৰ কোঁৱৰ নাসিলা উভতি ॥

শাওণৰ মাসতে শান্তী ৰোৱাণৰ দিন
যিটো নাৰীৰ পুৰুষ নাইকা সকলোতকৈ হীন ॥

আকাশতে চন্দ্ৰ নাইকা নিজিলিকে তৰা।
যিটো নাৰীৰ পুৰুষ নাইকা জীৱন্ততে মৰা ॥
ভাদৰ মাসতে শান্তী ভাদৰ বাৰে খৰ।
নদী শুকাল, নালা শুকাল, পৰিল বালিৰ চৰ ॥
কাইমে বাৰে, কোঢ়াই ৰাৰে, ৰাৰে ৰাজহাঁহ।
হাঁসিতে, খেলিতে গৈল বাৰিষা ছয় মাহ ॥
আহিনৰ মাসতে শান্তী দেৱী পূজা খায়।
হাঁহ পৰে, ছাগাল পৰে, পাৰৱাৰ লেখ নাই ॥
হাঁহ পৰে, ছাগাল পৰে, পাৰোৱা জাকে জাকে।
যৈতে আছে সাওদৰ কোঁৱৰ তৈতে ভালে থাকে ॥



কাতিৰ মাসতে শান্তী কাটি আন ধানৰ থোৰ।
বাৰ মাসৰ তেৰ গীত খাইতে নাপায় ওৰ ॥
বাৰ মাসত তেৰ গীত লওৱে গণিয়া।
ইটো গীত গাইছে কোন ফুলৱন্তী কন্যা ॥
ফুলৱন্তী কন্যা নোহে জগতৰ আই।
যিবা গাৱে, যিবা শুনে দুৰ্গতি খণ্ডায় ॥
হাতে বাৱে ঢাক-ঢোল, মুখে বাৱে বাঁহী।
এই গীতৰ নাম হৈছে শান্তী বাৰমাহী ॥

---

## সীতা বাৰমাহী

হাঁ প্ৰভু ৰঘুনাথ সংসাৰৰ সাৰ।
ৰাক্ষস কুলক প্ৰভু কৰিলা উদ্ধাৰ ॥
বৈশাখৰ মাসতে নানান পুষ্পময়।
ৰাম ৰাজা হ'ব বুলি সৰ্ব্বলোকে কয় ॥
তাহাত দাৰুণ বিধি দেৱৰ লিখন।
ভৰতক ৰাজ্য দিয়া ৰাম গৈল বন ॥
জ্যেষ্ঠ মাসতে ৰাম সীতায়ে সহিতে।
দেখিয়া স্বৰ্ণ মৃগ পাশাক খেলিতে ॥
তাহাক বধিবে গৈলা শ্ৰীৰাম-লক্ষ্মণ।
শূন্য গৃহ পাই সীতা হৰিলা ৰাৱণ ॥
আহাৰ মাসতে হ'ল ঘন বৰিষণ।
আমাক ছাড়ি গৈলা ৰাম নাৰায়ণ ॥
পাপিষ্ঠ ৰাৱণ ৰাজা দুষ্ট দুৰাচাৰ।
মিঠা ফল দিয়া সীতাৰ চাপিল কাষাৰ ॥
শ্ৰাৱণ মাসতে মেঘে বৰিষে গম্ভীৰে।
কালোখ্য মৃগৰ বাৰ শুনো স্থললিতে ॥

নানা পুষ্প ফুলে, ফুল-গন্ধে ভৈলা ভোল ।
ভ্ৰমৰ নাচাৰে ফুলৰ লৈতে জোল ॥

ভাদৰ মাসত সীতা দেখিলা সপন ।
সমুদ্ৰ ছেড়াই আহিল পৱননন্দন ॥

পাইবোঁহো প্ৰভুৰ বাৰ্ত্তা সকল বিৱৰণ ।
ৰাম ৰাম বুলি সীতা জুৰিলা ক্ৰন্দন ॥

আহিন মাসত সীতা ভাবে অকলশৰে ।
আমাক ছাড়িয়া গৈলা ৰাম গদাধৰে ॥

কোন বিধি লিখি থৈছে নাম মোৰ সীতা ।
ভাবোঁতে চিন্তোতে মোৰ দেহা হ'ল তিতা ॥

কাতিৰ মাসত ভৈল অৰুণ উদয় ।
আমাক ছাড়িয়া গৈলা ৰাম দয়াময় ॥

কৰ্ম্মদোষে বন্দী হৈলোঁ ৰাক্ষসৰ ঘৰে ।
উদ্দেশ নেপাওঁ মই কৰ্ম্মদোষ মোৰে ॥

আঘণ মাসৰ গুণে পৰে অতি জাৰ ।
স্বামী ভাবি স্বামীৰ চৰণ কৰোঁ সাৰ ॥
স্বামী বিনে গতি নাই ভৱ তৰিবাৰ ।
ৰাম বিনে স্বামী নাই জানকী সীতাৰ ॥
পুহৰ মাসৰ গুণে পৰে অতি শীত ।
তথাপি নখণ্ডে সীতাৰ মনৰ বাঞ্চিত ॥
পেঙ্গুৰা বৰণ সীতা অঙ্গত মাখিয়া ।
যমুনাক যায় সীতা কান্দিয়া কান্দিয়া ॥
মাঘৰ মাসত জাৰ অতি বিপৰীত ।
ভালুক বান্দৰগণ হৈলা সচকিত ॥
মন্দোদৰী কয় ৰাজা ঘটালা প্ৰমাদ ।
আপুনি মজালা প্ৰভু লঙ্কা হেন ৰাজ ॥



আপোন বুদ্ধিতে প্ৰভু সীতা কৰি চুৰি ।
আপুনি নাশিলা প্ৰভু লঙ্কা হেন পুৰী ॥
ফাল্গুন মাসতে উঠে অৰুণ আকাশ ।
সমুদ্ৰ বান্ধিয়া ৰামে বধিলা ৰাক্ষস ॥
পৰিলা ৰণত ইন্দ্ৰজিত মহাবীৰ ।
তথাপিতো শান্তী সীতাৰ মন নোহে থিৰ ॥
চৈত্ৰৰ মাসতে দেৱী মঙ্গলা পূজন্তে ।
সমুদ্ৰ বান্ধিয়া ৰামে বধিলা ৰাৱণে ॥
বিভীষণ মৰিলে মন্দিৰ হৈব খালি ।
দাসী কৰি দিলা ৰামে বালা মন্দোদৰী ॥

## ৰাম বাৰমাহী

আঘোণৰ মাসতে ৰাম মনে কৈলা চিন্তা ।
কিমতে বাঞ্চবো আমি সঙ্গে লৈয়া সীতা ॥
কান্দে দশৰথ ৰাজা আৰ্ত্তনাদ হৈয়া ।
কৌশল্যা সুমিত্ৰা কান্দে পুত্ৰক লাগিয়া ॥
পুহৰ মাসতে ৰাম বনে কৈলা সাৰ ।
অযোধ্যাৰ নৰ আসে ৰাম দেখিবাৰ ॥
অযোধ্যাৰ নৰ-নাৰী কৰে হাঁহাকাৰ ।
ৰাম প্ৰভু অবিহনে জগত আন্ধাৰ ॥
লক্ষ্মণক লৈয়া ৰাম সঙ্গত কৰিয়া ।
ভৰতক ৰাজ্য ভাৰ দিলেক সঁপিয়া ॥
মাঘৰ মাসত ৰাম দিগম্বৰ বাস ।
শীতল কদম্বতলে খাটিলে প্ৰৱাস ॥
লক্ষ্মণ উঠিয়া ব'লে ৰামক বুজাই ।
বিধিৰ লিখন দাদা খণ্ডন নাযায় ॥

ফাল্গুন মাসতে ৰামৰ পেটে লাগে ভোক।
শৰ-ধনু ভূমিত থই চৰিলা বৃক্ষত ॥
লাফে উঠে, লাফে নামে, পাৰে বৃক্ষৰ ফল।
কুৰাইয়া লয় লক্ষ্মণ যত গাৰৰ বল ॥
পূৰ্ব্ব কালৰ কথা ৰাম স্মৰণ কৰিলা।
য'তে ৰাম, ত'তে অযোধ্যা সেই কথা হৈলা ॥
কত কত মুনিগন যায় সেই ঠাই।
ৰামক ভকতি কৰি কতেক বুজায় ॥
চৈত্ৰৰ মাসতে ৰাম ৰবিৰ প্ৰতাপ।
সীতায় বোলন্ত প্ৰভু লাগিল পিয়াস ॥
উপৰে ৰবিৰ জ্বাল তলে তপত বালু।
নাপাৰে হাঠিতে সীতা সুকুমল তনু ॥
সীতাৰ কান্দন দোখ ৰামৰ লাগে দায়া।
বৃক্ষডাল ভাঙি ৰামে ধৰিলন্ত ছায়া ॥
ৰাম ভাঙে বৃক্ষডাল লক্ষ্মণ ধৰে শিৰে।
তাৰ ছায়াত সীতা আয়ে চলে ধীৰে ধীৰে ॥
ৰাম যায় আগে আগে, লক্ষ্মণ যায় পাছে।
জল পাবা আগে সীতা সৰোবৰ আছে ॥
বৈশাখৰ মাসতে ৰামে যজ্ঞ আৰম্ভিলা।
লাখে লাখে মুনিগণ তথাত আসিলা ॥
মুনিগণ আসিয়া যে বুলিলন্ত বাণী।
লাখে লাখে কাষ্ঠ-খৰি আনিলা জোগানি ॥
আকাশ-পাতাল লৰে অগনিৰ ধ্বনি।
চাৰি কাষে মুনিগণে কৰে বেদধ্বনি ॥
যজ্ঞ কৰি ৰাম প্ৰভু তুষ্ট হৈলা মন।
মুনিক দক্ষিণা দিলা যত গাভীগণ ॥



জেঠৰ মাসতে ৰামৰ নাই ঘৰবাৰী।
দণ্ডকা অৰণ্যে আছে সঙ্গে এক নাৰী ॥
সঙ্গে এক নাৰী আৰু ভাই দুই নৰ।
পৰম আনন্দে থাকে অৰণ্য ভিতৰ ॥
আষাৰৰ মাসতে ৰাম প্ৰভু মনত ভাবিল।
অযোধ্যাপুৰীৰ লোক আসিয়া থেকিল ॥
অযোধ্যাপুৰীৰ লোক কৰে হাঁহাকাৰ।
তোমা অবিহনে আমাৰ দিনতে আন্ধাৰ ॥
অযোধ্যাপুৰীৰ লোক কৰে নানা স্তুতি।
জনমে জনমে হোক তোমাতে ভকতি ॥
শ্ৰাৱণ মাসতে ইন্দ্ৰে বৰষয় ধাৰে।
মাথায় হাত দিয়া ভাবে অৰণ্য ভিতৰে ॥
পিতৃবাক্য পালিতে আইলা ভাই দুই জন।
নিদাৰুণ মাতৃ বনে দিলা কি কাৰণ ॥
ভাদৰ মাসতে বৰ বিপাক মিলিল।
সুবৰ্ণৰ মৃগ এক আসি দেখা দিল ॥
মহাভয়ে মায়ামৃগ মাথা তুলি চায়।
ক্ষণেক থমকি মৃগে দূৰত পলায় ॥
আহিনৰ মাসতে ধৰি বচন সীতাৰ।
ধনু ধৰি যায় ৰামে মৃগ মাৰিবাৰ ॥
লৱৰি পশিল মৃগ অতি ঘন বন।
ৰামৰ সদৃশ মৃগে চেঞ্চায় ঘনে ঘন ॥
কাতিৰ মাসতে ৰামে লক্ষ্মণক কৈলা।
ৰাক্ষসে বধিলে মোক আহি ৰক্ষা কৰা ॥
সীতা বোলে শুনা লক্ষ্মণ আমাৰ বচন।
অকলশৰে গৈলা প্ৰভু হেৰাইলা জীৱন ॥

লক্ষ্মণ বোলে জগতত আছে কোন বীৰ ।
আমাৰ দাদাৰ স্পৰ্শ কৰিব শৰীৰ ॥
সীতা বোলে তোৰ বাপু আশয় নোহে ভাল ।
মুখত অমিয়া মধু পেটত আছে শাল ॥
আগে গৈলা ৰামচন্দ্ৰ পাছত লক্ষ্মণ ।
কাতিৰ শুক্ল পক্ষত সীতা কৰিলা হৰণ ॥
বাৰ মাসত তেৰ গীত, মাহে মাহে তিথি ।
ইটো গীতৰ নাম থৈছে ৰাম বাৰমাহী ॥

## হৰ-পাৰ্ব্বতীৰ গীত

"তেঁতেলী তলতে কৰোঁ তাঁতে বাটি
পাহৰি আহিলোঁ কুঁচি
কুঁচিৰে লগতে পগলাই কিলালে
যামে ঘৰলই গুচি ।"
"মাৰৰ ঘৰলই যাৱ তই পাৰ্ব্বতী
বাটত খাপে দিয়ে ধৰিম ।"
"বাটত খাপে দিয়ে ধৰ তই পগলা
হাবিলই লৰে মাৰিম ।"
"হাবিত লৰে মাৰি সোমা তই পাৰ্ব্বতী
হাবিত জুয়ে লগাই ধৰিম ।"
"হাবিত জুয়ে লগাই ধৰ তই পগলা
বতাহৰ লগতে উৰিম ।"
"বতাহৰ লগতে উৰ তই পাৰ্ব্বতী
আঁকুহী লগায়ে ধৰিম ।"
"আঁকুহী লগায়ে ধৰ তই পগলা
তোৰে বৰেবিলত পৰিম ।"



"মোৰে বৰেবিলত পৰ তই পাৰ্ব্বতী
খেৰালি মাৰিয়ে ধৰিম ।"
"খেৰালি মাৰিয়ে ধৰ তই পগলা
শামুকে শেলুৱই হ'ম ।"
"শামুকে শেলুৱই হৱ তই পাৰ্ব্বতী
তোকে চূণে পুৰি খাম ।"
"মোকে চূণে পুৰি খাৱ তই পগলা
তোৰে চুই গাল ডাকিম ।"
"মোৰে চুই গাল ডাক তই পাৰ্ব্বতী
তেলে চুলি ঘঁহি গুচাম ।"
"মোকে তেলে চুলি ঘঁহি গুচা তই পগলা
সৰিয়হৰ জনমে ধৰিম ।"
"সৰিয়হৰ জনমে ধৰ তই পাৰ্ব্বতী
তোকে বৰশালত চেপিম ।"
"মোকে বৰশালত চেপ তই পগলা
শিমলু জনমে ধৰিম ।"
"শিমলু জনমে ধৰ তই পাৰ্ব্বতী
তোকে নাও কাটি খেলাম ।"
"মোকে নাও কাটি খেলা তই পগলা
পানীৰে মাজতে পেলাম ।"

## নাওখেলৰ গীত

( ১ )

ৰাম বোল হৰি বোল হে ॥
যেতিয়া আছিলোঁ মই মাও বাপৰ ঘৰে ।
তেতিয়া নগৈলা কেনে লঙ্কাৰ বণিজে হে ॥

ধনৰ কাঙাল সাউদ ধনকে কৰা সাৰ।
বাপ মাও ধন দিব বলধে উঠিয়া॥
বাৰীৰে ভলুকা কাটি নাৱৰ দিলা ছৈ।
নালাগে সাউদ বণিজে যাব যাউক ছোট ভাই॥
বাৰীৰ বগৰি কাটি নাৱৰ দিলা গুৰা।
নালাগে সাউদ বণিজে যাব যাওক শহুৰ বুঢ়া॥
কাজীক দিব টকা টকা গুৰিয়ালক দিব সোণা
আমাৰ সাউদ বণিজে যায় সৱে দিও মানা॥
লীলাৱতীৰ কান্দনতে সাউদৰ চাপিল দায়া
বণিজে নগলে সাউদ লোকে বুলিব বেয়া॥
লীলাৱতী কান্দনতে গৰ্ভে গৰ্ভ লৰে।
কেঁচা বিৰিখৰ পাত সিও সৰি সৰি পৰে॥
আমি যাইবোঁ দূৰ দেশে মনে ৰৈব ধান্দা
আমাৰ হাতৰ মোহন বাঁসী লৈয়া যাইব বান্ধা॥
বালিৰ ওপৰ খাইবা ভাত, নৌকাৰ ওপৰ শুইবা।
ৰজনী প্ৰভাত হইলে কাৰ মুখ চাইবা।

( ২ )

কানাই পাৰ কৰ ৰে, বেলিৰ দিকি চাৱা
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ গৈল বৈয়া॥
কাঠৰ দেশত থাকা কাঠৰ কিবা দুখ।
ভাঙা নৌকাত পাৰ কৰি কিবা পোৱা সুখ॥
ভাঙা নহয়, ছিঙা নহয়, গামেৰীৰে সাৰ!
হাতী ঘোৰা পাৰ কৰোঁ ৰাধাৰ কিমান ভাৰ॥
নালাগে তোমাৰ কড়ি, নকৰোঁ মই পাৰ।
অন্য ঘাটে গৈয়া ৰাধা হৈয়ো তুমি পাৰ॥



( ৩ )

এ বিনন্দ বাঁশী ৰাধা ৰাধা বুলি ডাকা হে॥

হালে মৰিল হালোৱা গৰু
পথাৰে মৰিল গাই
পানী খাওঁতে দমৰা মৰিল
মুখ থেক্‌চা খাই॥

চালে মৰিল চালকুম্‌ৰা
বেৰাই মৰিল জুই
দেশৰ বন্ধু দেশে গৈলা
বুকে দিয়া জুই॥

এ বিনন্দ বাঁশী ৰাধা ৰাধা বুলি ডাকা হে॥

( ৪ )

অ' মোৰ মলুৱাৰে॥

মোৰ মলুৱাক কোনে মাৰিলে।
অ' মোৰ মলুৱাৰে॥

নেঠা নেঠা কৰে তাই নেঠা আনি দিলোঁ মই।
নেঠাত ধৰি কান্দে অ' মোৰ মলুৱাৰে॥

কপাহ কপাহ কৰে তাই কপাহ আনি দিলোঁ মই।
কপাহত ধৰি কান্দে অ' মোৰ মলুৱাৰে॥

যঁতৰ যঁতৰ কৰে তাই যঁতৰ আনি দিলোঁ মই
যঁতৰত ধৰি কান্দে অ' মোৰ মলুৱাৰে॥

শাল শাল কৰে তাই শাল আনি দিলোঁ মই
শালত ধৰি কান্দে অ' মোৰ মলুৱাৰে॥

সূতা সূতা কৰে তাই সূতা আনি দিলোঁ মই
সূতাত ধৰি কান্দে অ' মোৰ মলুৱাৰে ॥

( ৫ )

ৰাতি পুৱাইলেক কুকুৰাই দিলে ৰাৱ
বালিত বাগৰি কান্দে ছুটি বাঘৰ ছাৱ ॥
ৰজনী বিদূৰ ভৈলা ধৱলী বৰণ
তিমিৰ ফিৰিয়া বাজ ৰবিৰ কিৰণ ॥

( ৬ )

ৰাম আহিলৰে মায়া মৃগ মাৰি ॥
মায়া কৰে মাৰীচ মায়াৰ চূড়ামণি ।
মায়া মৃগ ধৰি সাধে ৰামৰ বিঘিনি ॥
আঁতৰ কৰিলা ৰাম-লক্ষ্মণ দুই ভাই ।
হৰিলা ৰাৱণে সীতা শূন্য ঘৰে পাই ॥
হায় ৰে হৰি ৰে ।
কন্যা ফুলেশ্বৰী ৰে ॥
অ' ভাইয়া হই চ
কি চাই আছিলা ভায়াটি এ হে ।
ৰাৱণে হৰি নিলা সীতাক এ হে ।
অ' ৰাম । অ' হৰি ॥

( ৭ )

কইনা ফুলেশ্বৰী হে ! ফুলৰে বৰ হাবিলাষ ।
ফুলতি এহে ফুলে চমৎকাৰ ॥
আঘোণৰ মাহতে শান্তী তুতীয়াৰ জোন...ইত্যাদি ।

( ৮ )

সীতা হৰিল ৰে—
অ' সীতা পঞ্চৱটী বনে
পুষ্পক ৰথত তুলি মায়াৱী ৰাৱণে ॥



আকাশৰে উপৰে তুলি মাৰিল উৰাৱে ।
দুৰ্ঘোৰ ভয়ত সীতা কান্দে দীৰ্ঘৰাৱে ॥
উত্ৰাৱল ভৈল চিত্ত শিহৰল গাৱ ।
আকুলিবিকুলি কান্দে, কম্পে হাত-পাৱ ॥
হৰি ৰে এ হে—
হা প্ৰভু ৰাম মোৰ তুমি নিজ পতি ।
তোমাৰ ভাৰ্য্যাক হৰে ৰাৱণ দুৰ্ম্মতি ॥

( ৯ )

ঘোষা— হৰি হে অৰ্জ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ ।
পদ— হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ ।
অনু এক কৰা দয়া মায়া হৌক দূৰ ॥
জয় জয় কৃপাময় দেৱ যদুপতি ।
তোমাৰ চৰণে মাগোঁ অমূল্য ভকতি ॥
হে হে পৰমানন্দ কৃষ্ণ কৃপাসিন্ধু ।
ভকতি আনন্দ ৰস মাগোঁ এক বিন্দু ॥
পতিত পৰিয়া ৰৈলা এ ভৱ সাগৰে ।
পতিতপাৱন নাম ভৈলোঁ কিবা তৰে ॥
ও হৰি হে এ হে···হৰি ৰাম, ৰাম হে, ও ভায়া
কলীয়াৰ গলে বনমালা জ্বলে,
কি চাই আছিলা ভায়াটি এ হে ও ৰাম ও হৰি ॥

( ১০ )

ঘোষা—বাছা নন্দৰ দুলাল ।
এৰ ৰাতি ধেনু ছাৰে কাৰ ঘৰে ছাৱাল ॥
পদ— সোণৰে থালতে মোৰ পঁচিছখন ব্যঞ্জন ।
কোন ৰাতি আহি কৃষ্ণে কৰিব ভোজন ॥
আগতে কৈছিলোঁ নন্দ বেচি পেলাওঁ ধেনু ।
চহৰে মাগিয়া খাইবো কোলে লৈয়া কানু ॥

ভাত হৈলো কৰ্কট, ব্যঞ্জন হৈলোঁ বাহী।
ঘন কৰি পাগ গাখীৰ মাখি পেলায় চুহি ॥

অন্যৰ বাছা ডাঙৰ দীঘল মোৰ বাছা সৰু।
যতে থাকে বাঘ-সিংহ তাতে ছাৰে গৰু ॥

ও হৰি ৰে এ হে, হৰি ৰাম ৰাম হে, ও ভায়া।
ওকি চাই আছিলা ভায়াটি এ হে ॥

---

# মহখেদা গীত

[ নলবাৰী অঞ্চলৰ ]

এজনে লগাই দিয়ে বাকীবিলাকে ধৰে :—

ভাল হওক—হওক।
কুশল হওক—হওক।
গোলিৰ গোৰু বাঢ়ক—বাঢ়ক।
ভাখ্ৰীৰ ধান বাঢ়ক—বাঢ়ক।
গৃহস্থে এটি পইচা দিবৰ—শক্তিমন্ত কৰক।
জয় ৰাম বোলা—জয় হৰি বোলা ॥

এজনে লগাই দিয়ে বাকীবিলাকে গায়। টোকনেৰে শব্দও কৰে।

অ' হৰি মহোহো।
মহ খেদিব টোকান লোঁ ॥
মহে বুলে মইল্লু দে।
টেপল পুৰা খালু দে ॥



টেপলত নহল নুণ।
চাউল লাগে চুন চুন ॥
চাউল নেদি দিলাক কড়ি।
এহ্তৰ ঘৰ লৰিচৰি ॥
লৰি চৰি যাওঁতে।
সোণাৰ নাঙাল পাওঁতে ॥
সোণাৰ নাঙাল ৰূপাৰ ফাল।
ইহঁতৰ ঘৰ দেইখৱ ভাল ॥
বাঁহৰ পাত পকা।
আমাক লাগে টকা ॥
বাঁহৰ পাত চিকিমিকি।
আমাক লাগে আধলি সিকি ॥
মহ গেল পাতালে।
সকল মহক পাৰ ক'ইল্লু ॥
বুঢ়াদিয়াৰ ঘাটে।
হাল গেল সীৰালে ॥

( ৩ )

কুপ্তি কুপ্তি হাউৰা কুপ্তি
আলিৰ মূৰত নল্বা বাহা।
ফৰ্ব্বাৎ ডলি মাইৰ্বো ডিমাযুৰি ভাইঙ্বো
চানাক লেগি নক্ৰিবা আশা।
অ' দাদা, চানাক লেগি নক্ৰিবা আশা ॥

ঘগা ঘগা ঘগা ঐ মাছ মৰা ঘগা।
আধ্লি সিকি নেদাহ মানি চোতাল কৰিম বগা ॥

উঠি উঠি উঠি ঐ কায় কঠালৰ উঠি ( মুচি ? )
গিৰিঘৈৰা বিদায় দিয়া আমি যাওঁ উঠি ॥

[ বৰপেটা অঞ্চলৰ ]

( ৪ )

আ' হৰি মহোহোৰে মহোহো
মহ খেদিবা টোকান ল ।
কাণা-কুজা একফাল হোঁ ॥
কাণা কুঁজা ধেনা গুৱা,
অজা মাতিলো ববেৰ পুৱা ।
অজা মাতি ললো লাজ ॥
চাৰি বামুণৰ চাৰি কাজ ।
একলা বামুণৰ হাউৰা পেট,
হাউৰা পেটত পৰিল পানী,
যমে মান্হে টানা টানি ॥ ইত্যাদি ।

( ৫ )

আউৰি অৰণে,
মা লক্ষ্মীৰ চৰণে ।
মা লক্ষ্মী দিগাম্বৰ,
ভাখৰী ভৰি মাটিত পৰ ।
ভাখ্ৰীৰে উনি ছুনি,
সণাইদি বান্ধাম ধুনি,
সণাৰে বংপুৰ
চাউল লাগে এ একুতুন ।
ভাল হ'ক, কুশল হ'ক,
হ'ক মহা চিৰী ।
ধনে ধানে আগ্ৰি ধৰক
হক মহা গিৰি ॥
আবু মই বিয়া খাওঁ ।
বাঘ মাৰিবা ৰণে যাওঁ ॥



বাঘ কাকা হানিয়া ।
মুইহ্ কাকা জিনিয়া
মুইহৰ শিং হেকাৰ-বেকা ।
তাতে পৰিল মাছৰোকা ॥
মাছৰোকাৰ ভীষণ ঠোঁট ।
কুবে মাৰু ঢাপ-ঢুপ ॥
কলৰ চুচ্নি বাঁহৰ দৈ ।
ভাল-ভালুকী নাচন দেই ॥...ইত্যাদি

( ৬ )

আহিছোঁ ভকত মাৰিছোঁ খুটি ।
নেদাহমানে নাযাওঁ গুচি ॥
চন্দুকটো লৰেচৰে ।
পইচাটো ওলাই পৰে ॥
দিওঁ বুলি ভুৰ্কে মাৰে ।
আমি খাওঁ টেঙাই দি । মহ খায় চেঙাই দি ॥
আমি খাওঁ জালি দি । মহ যায় আলি দি ॥...ইত্যাদি

[ মঙলদৈ অঞ্চলৰ ]

শাৰী হোৰে শাৰী হোঁ ।
কণা-কুঁজা এফাল হোঁ ॥
কণা-কুঁজা ধোঁৱা খোৱা ।
ওজা মাতো বৰেৰ পুৱা ॥...ইত্যাদি

[ গোৱালপাৰা অঞ্চলৰ ]

লাউৰ মাত ঝিলাও লাওঁ ।
সকৃথায়া নিন্ পালাওঁ ॥
নিন্খিনি হাচাৰে ।
চকুটিপা নাচেৰে ॥ ইত্যাদি ।

# গান্ধী-নাম

[ অসহযোগ আন্দোলনৰ সময়ৰ । ]

( ১ )

চালোত আছে জালি কুম্‌ৰা
কুকুৰ সূতাৰ পাত এ ।
লোণে-তেলে ৰান্ধে-বাঢ়ে
কুকুৰ সূতাৰ পাত এ ॥
বাঁহোৰ কণীত সূতা ভৰে
নবীন দলৈক মাত এ ।
কুকুৰ সূতাৰ পাত এ ॥
ভিতৰতে মলমতি
কুকুৰ সূতাৰ পাত এ,
চুল মেলি কান্দে,
কুকুৰ সূতাৰ পাত এ ।
বাঁহোৰ কণীত সূতা ভৰে
নবীন দলৈকে মাত এ,
কুকুৰ সূতাৰ পাত এ ।

( ২ )

বাটোৰে ছুবৰি মই ফেলাও উভালি
গান্ধী আহিবো বুলি ।
গান্ধী আহিছে পদূলিত বহিছে,
আনাগৈ চোঁৰৰে বৰি ।
কোঁচতে কটাৰী দিয়া গান্ধী ৰাজা
শিলোতে ধৰিলে উই,
মুখ ভৰি ভৰি বোলা হৰি হৰি,
সংসাৰোৰ নুমাই দিওঁ জুই ।



( ৩ )

মাজে পথাৰে এডাল তুলসী
তাতে গান্ধী ৰাজাৰ থান,
গীতে-যোঁকাৰে গোপিনীসকলে
ধৰে গান্ধী ৰাজাৰ নাম ।
মাজে সাগৰে চৰিয়াৰে পানী
পীপিড়া সাঁতুৰি মৰে,
মনিষোৰ নগৰে অগনি জ্বলিছে,
গান্ধী নুমাব পাৰে ।
বান্‌পানী আহিছে চমকে ভমকে
কল কাটি সজালোঁ ভেল,
গান্ধীৰাজে চিঠি দি খেদিছে
ৰাইজে কৰি থাক মেল ।
গান্ধীৰ বাৰীতে ৰাম কলাপুলি
চেনেহে নাকাটে পাত,
গান্ধী ৰাজাই নাচিবা লাগিছে
সোণাৰে দুখানি হাত ।

( ৪ )

গান্ধীৰে বাৰীতে, মাণিকিমধুৰী,
ঠোক ভৰি ভৰি লাগে ।
ইবেলি গান্ধী ফাটাকোক নাযাবা
ৰাইজক ৰাখিবা লাগে ।
আগে ভৰা দিলা ছকুৰি কুমুৰা
পাছে ভৰা দিলা ছই,
ছইৰে ভিতৰে গান্ধী আহিছে
সোণাৰ সঁফুৰা লই ।

( ৫ )

আলিৰ মূৰতে, কদমডালি
ভূমিত পৰে ছায়া,
ইটো নাম কুনি ধৰে
গান্ধী ৰাজাৰ মায়া।
আলিৰ মূৰোত কদমডালি
বতাহোতে হালে,
গান্ধী ৰাজাই হুকুম দিছি
নাম ধৰবা লাগে।

( ৬ )

গান্ধী ওলে মিটিং কৰলে
ৰাইজে আছিল চাই,
'ভলণ্টেৰে' ফাটাক খাটে
গান্ধীও ফাটাকক যায়।
ৰাইজসকলে উঠি বোলে
ইতেন হবো কি?
চপাত কৰি গান্ধী ৰাজা
স্বৰাজ কৰি দি।
ফাটাক-ঘৰোৰ কাষে কাষে
কলাপুলি বাঁহে,
গান্ধী ৰাজাৰ কথা শুনি
চখুৰ পানী আহে।

( ৭ )

নবীনৰ বাৰীতে দাবুৰা নাৰিকল
ফুকানোৰ বাৰীতে বেল,
নবীনে, ফুকানে কোৰাকুই কৰে
গান্ধী ফাটাকোক গেল।



ফাটাক-ঘৰোৰ কাষে কাষে
তেলোৰে মাদীয়া,
গান্ধী ৰাজাৰ গলোত আছে
সোণাৰে হাঠিয়া।
ফাটাক-ঘৰোৰ কাষে কাষে
চম্পা নাগেশ্বৰ,
সিও চম্পা হালি কৰে
গান্ধী নমস্কাৰ।

( ৮ )

সোণাই কৰে ঝিলিমিলি
ৰূপাৰ মাজে ৰেৱা,
ত'তে আছে গান্ধী ৰাজা
অ'ৰে পৰা সেৱা।

( ৯ )

মাহাত্মা গান্ধী চাৰা কদামোৰে গাছে,
তলে গোপিনীকে লৈ আনন্দেতে আছে।

( ১০ )

ৰউ মাছোৰ বাজ্জা
খেলা-খেলি তপ কৰি,
গান্ধী ওলাল ৰাজ্জা,
ৰউ মাছোৰ বাজ্জা।

( ১১ )

গান্ধী সূতা কাটে।
গান্ধী সূতা কাটেঁ,
শলাকাঠীৰ আ'ৰ লাগছি
'ভলণ্টেৰো'ক মাতোঁ,
গান্ধী সূতা কাটে।।

( ১২ )

চাহ ৰান্ধা, নাখে গান্ধী
পাহ ৰান্ধা খায়,
ইমান বছৰ হল গান্ধী
স্বৰাজ হোৱা নাই।

( ১৩ )

হাঁহে ধান খায় থ'হ থ'হ
পাৰই ধান খায় ছিতে
গান্ধী ৰাজা আহ্‌বা লাগছি
সোণা বাটে বাটে।

( ১৪ )

তৰুণোৰ বাৰীতে বৰুণোৰে পুলি
তাতে চিল্লাচিল্লি পাত
স্বৰাজ লাগে যদি হে বাইজসকল
যোঁতাৰ সূতাকে কাট।

নবীনোৰ বাৰীতে সমিধোৰে গাছ
তাৰ চাৰি ফালে বেৰা
স্বৰাজ লবা লাগি হাতে-মুখে ধৰি
হিংসা-খণ্ডোকে এৰা।

ৰাইজোৰো ৰজা ইংৰাজোৰে প্ৰজা
ভাৰাস্তো মাতাৰে পুত।
তিৰী-ছলি এৰি ৰাইজোৰ ভাল হকে
ফাটেকোত ধৰিলা খুঁত।



ফুকানোৰ নওলাত গান্ধী মিটিং কৰি
বিলেতী কাপোৰ নিলা
জয়ধ্বনি তুলি গান্ধীৰ জয় বুলি
কাপোৰতে জুই দিলা॥

( ১৫ )

চিপাহী আহিছে হিলৈ আনিছে
গাঁওতো মাৰিলে হিলৈ
পাৰ্ব্বতী উঠি বোলে
চাওৱা ৰাইজৰ বিলৈ॥

জগন্নাথে উঠি বোলে
মই কৰিম কি
গান্ধীৰ হাতৰ নিৰ্‌মালি
হাতে হাতে দি।
হাতে দিলা নিৰ্‌মালি
মাথা ভৰি লওঁ।
বিদায় দিয়া গান্ধী ৰাজা
ঘৰাঘৰি যাওঁ॥

**পঞ্চম খণ্ড সমাপ্ত**

# লোকগীতি-সংগ্ৰহ (৬)

# মণি-কোঁৱৰৰ গীত

## প্ৰথম অধ্যায়

শঙ্খদেউ ৰজাৰ    পুতেক মণিকোঁৱৰ
কোলাত খতিখনে নাই,
এবেলা দোলাতে    এবেলা ঘোঁৰাতে
এবেলা সেনৰ ৰং চায়।

আনকালে পতি    ঘোঁৰা মেলাই
নগৰৰ চৌমেৰ ঘূৰে,
আজি দিনে দেখোঁ    ঘোঁৰা চেকুৰিলে
বৰবকুৰাৰ পদূলিমুখে।

বৰবকুৰাৰ জীয়েক    কাচন বৰকুঁৱৰী
দাঁৰ বান্ধি মেলাওঁতে চুলি,
সোণৰ কাকৈৰে    মূৰ ফণিয়াওঁতে
কোঁৱৰৰ নিলে মন হৰি।

ঘোঁৰা ওভতালে,    সেনৰ ৰং নেচালে
সোপাবৰ তামুলীক পাই,
পৰলা ঘোঁৰাটি    বাটতে সঁপি দি
পৰিল বোহঘৰত যাই।
উভালি তুলিবৰ কচু,
উলটি যাওঁতে    বৰচা কুঁৱৰীৰ
পৰিল সোপাবৰত চকু।



শিমলু আগতে    কুকুৰা বহিলে
কেঁচুৰে চিয়ঁৰে চিউ—
যেতিয়াই দেখিলে    অকলে তামুলীক
আকাশে উৰিল জীউ।

বৰছা কুঁৱৰী।    আমগুৰি খাটৰ    গুৱান খৰিচা
বলমা বিলৰ মাছ—।
তুমি যে আছিছা    সোপাবৰ তামুলী
মণিধৰ কিমানৰ পাছ?

সোপাবৰ।    কিনো ক'ম কিনো শুনিবা—
এনে কথা দেখিবৰ নাই,
আনকালে পতি ঘোঁৰা চেকুৰাই
নগৰৰ চৌমেৰ চায়।

আজি কালেপতি ঘোঁৰা চেকুৰোঁতে
বৰবকুৰাৰ পদূলিমুখে,
পাকতে ঘূৰাই পৰলা সপি দি
বোহঘৰত পৰিল দুখে।

[ বৰচা কুঁৱৰীয়ে বোহঘৰলৈ গৈ মণিধৰক দেখা পালে। ]

বৰছা কুঁৱৰী।    "স্বৰগৰ তৰা পতালৰ নাগ-নাগিনী
কোৱা বোপা লাগে কিক্,
সত্যে সত্যে কৰি তিনি সইত খাইছোঁ
তাকে আনি দিম ঠিক।"

মণিধৰ।    নইত জোবোৰ মাৰি অন্ন গৰাসিম
যাকে খোজোঁ যদি দিয়া,
মোৰ নাম মণিধৰ তেওঁৰ নাম কাচনবৰ
দিয়া যদি মোৰে বিয়া।

বৰছা। চকুৰে মণি মোৰ, মণিধৰ কোঁৱৰ ঐ
কিনো বৰ কথাটি ক'লা,
কেঁকুৰী দোলাতে কাচনক আনিমে
—খাবলৈ লৰধৰ কৰা।

[ বৰছা কুৱঁৰীয়ে কেঁচা পাণ, কেঁচা তামোল কাটি চাকুলী ভাৰ পাতি ঠগী-শৰাইৰে বৰবৰুৱাৰ ঘৰলৈ সোপাবৰ তামুলীক পঠিয়ালে। ]

আগো চোৰা নাই পাছো চোৰা নাই
বৰবৰুৱাত ললেগৈ আঁঠু,
কেলেই আহিছা সোপাবৰ তামুলী
ভাঙি কথা কোৱা মোক বাৰু।

সোপাবৰ। নবিলৰ মাজতে পদুম ফুলি থাকে
ভোমোৰাই ভোমৰি আহে,
আমাৰ বৰবৰুৱাৰ কাচন বৰকুঁৱৰীক
মণিধৰ কোঁৱৰক লাগে।

গায়নে-বায়নে সেন্দুৰী আলিয়ে
কেঁকুৰী দোলাতে উঠি,
হীৰা-মুকুতাৰে মণিধৰ কোঁৱৰে
কাচনক আনিলে তুলি।

---

## দ্বিতীয় অধ্যায়

এনা বতাহত হালিছিল জালিছিল
গোবৰ-ভেৰৰ লাই,
চৰঁৰাজনী মাদৈয়ে ডাল-পাহ মেলিছে
তেওঁ পুত্ৰ কপালত নাই।



[ "কেলেইনো পো পুত্ৰ কপালত নাই"—এই বুলি বৰছা কুঁৱৰীয়ে তামুলীক পঠিয়াই গণক-বাইলুং আনিবলৈ ক'লে। গণক, বাইলুং আহিল। ]

গণক। পাণো নেকাটোঁ লিহিৰিপতীয়া
চূণত নলগাওঁ ধদ,
আমাৰ সাতপুৰুষ মৰি গৈছে
শুদা মুখে চাবৰ নাই সজ।

বৰছা কুঁৱৰী। "কোবাই মাৰিবৰ শগুন,
তোমাৰ যদি পাঁজি-পুথি ভাল পাওঁ
পিন্ধাম সোণোৱালী লগুন।

[ গণক-বাইলুঙে পাঁজি-পুথি চাই ক'লে। ]

গণক। "ঠোকত কাটিবা নবুৰি তামোল
লেখি বিৰিয়া পাণ,
জ্ঞাতি-ভকতক মাতি আনি তুমি
জলত মাগা পুত্ৰ দান।

এহাতে ল'বা তামোল পাণৰ চৰু,
এহাতে লবা ধূপ,
এবুকু পানীত তুতিকই মাতিবা
জলত মাৰিবা বুৰ।

চান্দ-সূৰুযক সাক্ষী মানিবা
পতালত নাগ-নাগিনী,
একে উশাহতে বুৰ মাৰিবা
লেখি লেখি বাৰ তিনি।

সেই কথা শুনি জলৰ জলকোঁৱৰৰ
গাতে ততকে নাই,
কবলই ধৰিলে জলৰ জলকোঁৱৰে
জলকুঁৱৰীৰ মুখলই চাই।

শনিবাৰৰ দিনা যেন তুতি কই মাতিছে
গাতে পোৱণি পাওঁ,
মোৰে দেহি ঐ অকলে থাকিবা
কাচনৰ গাত লস্তি যাওঁ।

জলকুঁৱৰী। আখৈ খালে পেট নভৰে
নিয়ৰে নভৰে হাড়ী,
কেচা কৌপাতত ঘুণে বিন্ধিব
হ'ম স্থবয়সতে বাৰী।

বিধতাৰ লেখনি গুচাওঁ কেনে কৰি
কপালত আছিলে অৰি।

জলকোঁৱৰ। ওলাইছোঁ বাৰে বছৰ থাকিম যোলে বছৰ
আনিবা জললই হৰি।

এদিন এমাহে দুদিন দুমাহে
তিনি চাৰি মাহ হ'ল।
ন দিন ন মাহে দহ দিন দহ মাহে
কোঁৱৰ পয়দাচ্ হ'ল॥

বুঢ়া ৰজাৰ ঘৰতে বৰকাঁহ বাজিছে
বাজিছে মৃদঙ্গ-ঢোল।
জলৰ জলকোঁৱৰে কি ময়া ধৰিছে
আইদেউৰ শুৱাইছে কোল॥

[ শঙ্খদেৱ ৰজাই ধিতাই বৰবৰুৱাক গাভৰুনগৰৰ পৰা গণক-বাইলুং আনিবলৈ পাচিলে। গণক বাইলুং আহিল। ]

গণক। পাণো নেকাটো লিহিৰিপতীয়া
চূণত নলগাও ধদ,
আমাৰ সাত-পুৰুষ মৰি গৈছে
শুদা মুখে চাবৰ নাই সজ।



শঙ্খদেৱ। ওপৰ দিখৌৰ শিলঘঁৰিয়া
বৰপথাৰৰ জহা,
বাজভঁৰালৰ সোণ-খৰাহিৰে
দিয়া বাইলুঙক বঁটা।

"লাফ মাৰি পাৰা ডেকা গছৰ তামোল
পুৰণি মঁদাৰৰ পাণ,
দুখান ঠগী শৰাইত সজাই-পৰাই
গণকক দিয়া দান।

শৰাই পিতলুৱা হেঁচুকি দি যাওঁ
ইয়াৰে এখনি থোৱা,
খাই-বই মেলি গণকৰ লৰা
বেদ-পুথি মেলি চোৱা।

হুকি মাৰি সুধিলে শঙ্খদেৱ ৰজাই
ভেকুৰিৰ এথোপে থোপ
"এই পাঁজি-পুথিত কি পাইছা
ভেদ ভাঙি কোৱা মোক।

গণক। আকাশে উঠি যায় নেজালী তৰা
দশোদিশে যায় জ্বলি,
আহিছে বাৰে বছৰ থাকিব যোলে বছৰ
নিব জলকুঁৱৰীয়ে হৰি।

আঠীয়া কলৰ থোৰ কাটিবা
সেৰাকৈ ৰাখিবা পাণ,
জ্ঞাতি-ভকতক সুধি-পুচিহে
ৰাখিবা মণিধৰ নাম।

## তৃতীয় অধ্যায়

বৰছা কুঁৱৰী। এনা বতাহত   হালিছে জালিছে
গোবৰ ভেৰৰ লাই,
তোকে বুলি যাওঁ   সোপাবৰ তামুলী
কোঁৱৰৰ সাৰথি ঘাই।

দিনৰে পিছতে   দিনে হলে উলি
কোলাত খতি-খনে নাই,
এবেলা দোলাতে   এবেলা ঘোঁৰাতে
এবেলা খেলি খেলায়।
খেলি খেলাই কোঁৱৰে   ৰঙকে নেপালে
পাহ-ঢাল খেলিবলৈ গ'ল,
পাহঢাল খেলিয়ে   ৰঙকে নেপালে
ঘিলা খেলিবলৈ গ'ল।

বিলৰে কানৰে   কলমৌ ফুলতে
পখিলাই জাঁকি দি উৰে,
দিনৰে দিনটো   খেলি খেলাই কোঁৱৰে
তামুলীৰ লগতে ফুৰে।
বছৰে বছৰে   বছৰ উকলিল
ঘোলেও উকলিল ধীৰে,
শনিবাৰৰ দিনাখন   জলৰ জলকুঁৱৰীয়ে
জুইবাণ মাৰি দিলে।

বৰছা কুঁৱৰী। মোৰ বোপাই ঠানুৰা   কেনিও নেযাবা
সপোনত দেখিছোঁ বেয়া,
চঁৱৰা লিগিৰী   দি যাব পানী তুলি
ঘৰতে মলচা গা।



অবুজন কোঁৱৰক   বুজাব নোৱাৰি,—
ধোন্দেদি সৰকি গ'ল,
সৰ্দো সেওমণি   সোলোকাই কোঁৱৰে
নৈত গা ধুবলৈ গ'ল।

হাতৰ সেওমণি   সোলোকাই কোঁৱৰে
গলৰ গলপতা ধীৰে,
ভৰিৰ সেওমণি   সোলোকাই কোঁৱৰে
তামুলীৰ হাততে দিলে।

জুইবাণৰ পোৰাণত   গা মলডিলে
নৈত বুৰ দিবলৈ যায়,
একাঠু পানীতে   কোঁৱৰ থপেথপায়
—তাতো গা নুজুৰায়।

একাঠু পানীতে   কোঁৱৰে গা নোধোৱে
এককাল পানীলৈ যায়,
এককাল পানীতে   কোঁৱৰে গা নোধোৱে
এদিডি পানীলৈ যায়।

এজোবোৰ মাৰিলে   ঠানুৰা কোঁৱৰে
চাঁদে-সূৰুযলৈ চাই,
এজোবোৰ মাৰিলে   ঠানুৰা কোঁৱৰে
পুঠাওকৰ নগৰলৈ চাই।

এজোবোৰ মাৰিলে   ঠানুৰা কোঁৱৰে
বাপেক ৰজাৰ নগৰলৈ চাই,
আৰো এজোবোৰ   মাৰিব খোজোঁতে
নিলে জলকুঁৱৰীয়ে পাই।

বৰডুবি মাজতে গঁৱিলাই গুজৰি
পানীতে খেলি খেলায়,
শিহুৰ সোহৰণি মগৰৰ দপনিত
সৰুবৰ মাছে পলায়।
উভালি তুলিবৰ লাই ঐ টোকাৰী
সাৰ দি তুলিবৰ লাই,
সিপাৰৰে পৰা জালোৱাই ৰিঙিয়ালে
"কি চাইছা তামুলী হায়!"

---

## চতুৰ্থ অধ্যায়

মাছৰ কুমলীয়া শ'ল—
সেই কথা শুনি সোপাবৰ তামুলী
কাচনক কবলৈ গ'ল।

কাচন কুঁৱৰী। হেচুঁকি দি যাওঁ শৰাই পিতলুৱা
ইয়াৰে এখনি খোৰা,
কিয়নো আহিছা সোপাবৰ তামুলী
ভাঙি কথাষাৰি কোৱা।

সোপাবৰ। হয়ে কি অহয়া হয়,
হুআঁঠু কাঢ়িছোঁ মাথাও দোৱাইছোঁ
কবলৈ লাগিছে ভয়।

লাটিম বৰুৱাৰে চাটিম কাচন আই
লাটিম বৰুৱাৰে চাটিম,
কলেও মাৰিবা নকলেও নেৰিবা
নকৈনো কেনেকৈ থাকিম?



গৰু লৰে মাৰি ভাঙিলে শলে মাৰি
গাহৰিয়ে ভাঙিলে গঁৱাল,
শনিবাৰৰ দিনাখন কুলক্ষণ লাগিলে
কোঁৱৰ পানীত পৰি হেৰাল।

কাচন কুঁৱৰী। সেনে থাপে মাৰি পোৱালি লৈ যায়
ফেঁচুলীয়ে কৰিবৰ চিউ,
কি কথা ক'লা মোক সোপাবৰ তামুলী
উৰি গ'ল বুকৰে জীউ।

থেকেচি ভাঙি যাওঁ ৰূপহী যঁতৰে
ভুকু মাৰি ভাঙো মাকো,
মোৰ যদি কোঁৱৰ পানীত পৰি হেৰাল
কিয়নো জীয়াই থাকোঁ।

কেঁচা তামোলৰ মলখু দবিয়া
পকা তামোলৰ আস—
মোৰ জানো কোঁৱৰক হেচুকি পেলালা
কাৰে আৰু কৰিম বাস।

আউলি কাচনে বাউলী ধৰিলে
আজুৰি ছিঙিলে কেশ—
ধূলিতে লেটিয়াই হিয়াতে ভুকুৱাই—
ছিনভিন কৰিলে বেশ।

[ তামুলীক লগত লৈ কাচনে নৈত কোঁৱৰক বিচাৰিবলৈ গ'ল। ]

আৰি, কুমাৰৰ বড়ী—
একাঁঠুৰ পৰা নামে এবুকুলৈ
তামুলীৰ হাততে ধৰি।

কি মাছ মাৰিবৰ বগ,
এবুকুৰে পৰা নামে এদিঙিলৈ
নাপালে কোঁৱৰক লগ।

কাচন কুঁৱৰী। কি মাছ মাৰিবৰ পুঠী,
মোৰ দেখোঁ কোঁৱৰক বিচাৰি নেপালোঁ
যাওঁগৈ বামলৈ উঠি।

ইনাই কাচনে বিনাই কান্দিলে
নদীৰে মাজলৈ চাই—
গাঁৱৰ বাইভনী হাঁহে খিটে পাৰি
কাচন খাইমূৰী গাই।

কাচন কুঁৱৰী। লুইতে এৰিলে পাৰৰে বিৰিণা
দিহিঙে এৰিলে কূল,
আয়ে-বোপায়ে ধৰম-বিয়া দিলে
শুণ্ডচিল হালধিৰ বোল।

চ'তত বৈ গ'ল চতুৰা চৰাই এ
ব'হাগত বৈ গ'ল বেং,
খাবৰ দিনতে খাবলৈ নেপালোঁ
মাজতে বান্ধিলে জেং।

"আখৈ খালে মোৰ পেটকে নভৰে
নিয়ৰে নভৰে হাড়ী,
কেঁচা কৌপাতত ঘূণে বিন্ধিলে
হলোঁ সুবয়সতে বাঁৰী"

---



**পঞ্চম অধ্যায়**

কাঠীৰে মাজেদি এৰাল দৰিকণা
দেও দি এৰালে শ'ল,
বাতৰি শুনিএ জালোৱাৰ পুতেকে
কোঁৱৰক বিচাৰি গ'ল।

কোঁৱৰ যে হেৰাল ফাটিফুটি পৰিল
থয়ে কি অথয়ে থৈ
নদীৰে মাজতে জালোৱাৰ পুতেকে
জালেৰে বেৰালে গৈ।

আকাশত বিচাৰে আকাশী দেৱীয়ে
পতালত বিচাৰে নাগে,
নগৰত বিচাৰে ৰজাৰে মানুহে
হাবিত বিচাৰে বাঘে।

[ সোণাৰৰ তামুলীয়ে কাচন ৰৰকুঁৱৰীৰ বুঢ়ীমাকক কবলৈ গ'ল। ]

বুঢ়ীমাক। হেচুকি দি যাওঁ শৰাই পিতলুৱা
কাটি-মেলি এখন থোৱা,
কিয়বা আহিছা সোণাৰৰ তামুলী
ভাঙি কথাষাৰি কোৱা।

সোণাৰৰ। গৰু লৰে মাৰি ভাঙিলে শ'লেমাৰি
গাহৰিয়ে ভাঙিলে গৰাল।
শনিবাৰৰ দিনাখন কুলক্ষণ লাগিলে
কোঁৱৰ পানীত পৰি হেৰাল।

হাই দি তুলিবৰ লাই,
এই কথা শুনি কাচনৰ বুঢ়ীমাক
কাচনৰ কাষলৈ যায়।

বুঢ়ীমাক। ফাগুনৰ বিৰিণাত জুইএ বেৰিলে
ওপৰে উৰি গল ছাঁই,
জোঁৱাই হেৰাল নেকান্দ বৰে কৰি
কান্দিলেও পাবলৈ নাই।

মৰি টেঙাৰে জিমে কাচন আই
চকলা টেঙাৰে জিম,
কোঁৱৰ হেৰাল নেকান্দ বৰে কৰি
বৰুৱা ফুকনক দিম।"

কাচন কুঁৱৰী। ঢাপৰ কানেকটা সিজু মোৰ বুঢ়ীআই
ঢাপৰ কানেকটা সিজু,
কিনো মোক কৈছা বুকৰে বুঢ়ীআই
কেনেকৈ খাবনো বিজু।

নতুন জেওবাৰ স্থচি মোৰ বুঢ়ীআই
পুৰণি জেওবাৰ স্থঁচি,
কতক বেলেবেলাই থাকা মোৰ বুঢ়ীআই
যোৱাগৈ ঘৰলৈ গুচি।

হাতীখুজীয়া গাকুৰে তলীয়া
মেকুৰীখুজীয়া ছাটি,
কোঁৱৰ হেৰাবৰ নহল তিনি দিনে
পকুৱাই তুলিলে মাটি।

হাই দি তুলিবৰ লাই মোৰ বুঢ়ীআই
হাই দি তুলিবৰ লাই,
শৰাইৰ গুৱা-পাণ শৰাইতে শুকালে
খাওঁতা এতিয়া নাই।



শৰাইৰে তামোল-পাণ শৰাইতে শুকালে
নুশুকায় কৰিব কি?
অভাগীৰ কপালত সুখ নিমিলিলে
কপালত লেখিলে কি?

হাই দি তুলিবৰ লাই মোৰ বুঢ়ীআই
হাই দি তুলিবৰ লাই,
গাঁৱৰ বাই-ভনী হাঁহে খিটে পাৰি
কাচন খাইমূৰী গাই।

**ষষ্ঠ খণ্ড সমাপ্ত**

লোকগীতি-সংগ্ৰহ (৭)

# ফুল-কোঁৱৰৰ গীত

## প্ৰথম অধ্যায়

কমাৰে সাজিলে লোহাৰ শ'ল মাছ
কামী কাটি খুৱালে কাঠী,
ডিঙিৰ হাঁইঠামণি চকুত খুৱালে
নেগুৰে মাৰিলে ছাটি।

জাপ মাৰি উঠি বাঢ়ৈ কণা কৰি
পুখুৰীত পৰিলেগৈ,
এদেও মাৰিলে লোহাৰ শল মাছে
পোনাও মেলিলেগৈ।

দেৱে যে মানিছে বুঢ়া বিশ্বকৰম
নৰ-মনিষলৈ কি ?
বাঢ়ৈয়ে মানিলে বুঢ়া বিশ্বকৰম
শুকান পিঠাগুৰি দি।

মানিবি, মানিবি বুঢ়া বিশ্বকৰম
দেৱলই সাজিলে পুৰী,
আকাশে-পতালে লস্তি ৰাখিছে
মাজতনো ৰাখিলে কি ?

স্বৰগৰ ওপৰত স্বৰগ তুলি তুলি
সাজিলে সাতখন স্বৰগ,
সাতোটা ঘোঁৰাৰে সূৰ্য্যে ৰথে কোবাই
পোহৰ দি ৰাখিছে নৰক।



দিন যে ৰাতি ঐ দুটা বাই-ভনী
কাৰণো পেটৰে জী,
মানিবা, মানিবা বুঢ়া বিশ্বকৰম
নেমানি কৰিবা কি ?

কদম কুঁৱৰী বনৰে বাবৰি
ফুলে জকমক কৰে,
বাঢ়ৈয়ে সাজিলে কাঠৰ পখী-ঘোঁৰা
আকাশে উৰাৰত কৰে।

চকুদি ওফৰে জুইৰে আঙনি
নাকত বলি যায় ধোঁৱা,
লেজৰ ছাটিতে বিজুলী সঞ্চাৰে
কৰিলে আলাসত ৰোৱা।

হালৰে এহাতি স্বৰুযৰে নাতি
তেজে জিকিমিকি কৰে,
নিৰ্পতি ৰজায়ে ঘনাই মাত লগালে
"ইয়াত কোন উঠিব পাৰে ?"

কদম কুঁৱৰী বনৰে বাবৰি
ফুলি জকমক হ'ল,
সেই কথা শুনি নমি ফুলকোঁৱৰে
পখী-ঘোঁৰাত উঠিব গ'ল।

বাঢ়ৈ। উঠিবা, উঠিবা কাঠৰ পখী-ঘোঁৰাত
আকাশে উৰাৰত কৰি—
তোমাকে বুলি যাওঁ জীউৰ ফুলকোঁৱৰ ঐ
পাছলই নেচাবা ফিৰি।

"মোৰ বধে ছোৱে, মোৰ ফুলকোঁৱৰ ঐ
নেচাবা পাছলই ফিৰি,
গুৰুৰ দোষে ছুব বিঘিনি ঘটিব
ঘৰলই নাহিবা ঘূৰি।

ফুল। "লেজৰ ছাটি মাৰি উৰিবি পখীৰাজ
মুখেৰে মাতিবি চিউ—
জানিবি, জানিবি, কাঠৰ পখী-ঘোঁৰা
তোৰ মোৰ একেটি জীউ।

তোকে বুলি যাওঁ কাঠৰ পখী-ঘোঁৰা
উছৰাই খুৱাই যাওঁ মাহ।
আকাশে-পতালে উৰাৰত কৰিবা
তোৰে মোৰে একেটি সাহ।

কাঠৰ পখী-ঘোঁৰাত উঠি ফুলকোঁৱৰে
মাৰি চমতাৰ চাত,
আকাশে-পতালে উৰাৰত কৰিলে
আলাসত কৰিলে বাট।

দেৱ দি এৰালে দেৱ দৰিকণা
লুটি দি এৰালে শ'ল,
নগৰত সাত পাক ঘূৰি পখী-ঘোঁৰা
ছমাহৰ বাটলৈ গ'ল।

আকাশী-ঘোঁৰাতে উঠি ফুলকোঁৱৰে
পিতাকৰ দেশকে এৰে,
মনিষে নমনে দেৱেও নমনে
বিজুলী সঞ্চাৰে চলে।



বিধিয়ে বিধিলে কপালত লেখিলে
একুৰায় বা কেনেকৈ,
কিমান বাট আহিলোঁ বুলি ফুলকোঁৱৰে
ঘূৰি চালে পাছলই।

গুৰুৰ দোষে ছুলে চনকাই ছিগিলে
ঘোঁৰাৰে এপাতি পাখি
দেৱে নেৰাখিলে মনিষে কি ৰাখে
কাঠৰ পখী-ঘোঁৰা সাখী।

---

## দ্বিতীয় অধ্যায়

কাঠৰ পখী-ঘোঁৰা জেউতি চৰিলে
উৰি যাওঁ উৰি যাওঁ কৰিল,
ছমাহৰ বাটকে যায় একে দিনে
মালিনীৰ বাৰীতে পৰিল।

কাঠৰ পখী-ঘোঁৰা এৰি ফুলকোঁৱৰে
ভৰিৰে মাৰিলে টিপা—
সেউতী মালতী তগৰ গুটিমালী
সৰেও ধৰিলে শিপা।

কাঠৰ পখী-ঘোঁৰা এৰি ফুলকোঁৱৰে
মুখেৰে বজালে শঁখা,
সেউতা মালতী তগৰ গুটিমালী
সৰেও ধৰিলে পোখা।

কাঠৰ পখী-ঘোঁৰা এৰি ফুলকোঁৱৰে
সৰালৈ মাৰিলে শাল—
সেউতী মালতী তগৰ গুটিমালী
সৰেও মেলিলে ডাল।

কাঠৰ পখী-ঘোঁৰা এৰি ফুলকোঁৱৰে
সৰালৈ মাৰিলে ছলি—
সেউতী মালতী তগৰ গুটিমালী
সৰেও পেলালে কলি।

কাঠৰ পখী-ঘোঁৰা এৰি ফুলকোঁৱৰে
সৰালৈ মাৰিলে শূল—
সেউতী মালতী তগৰ গুটিমালী
সৰেও মেলিলে ফুল।

ফুলনিবাৰীতে থাকোঁতে কোঁৱৰে
ইপাহি সিপাহি লেখি,
বাটৰ বাটকুৱাই কৰে হৰি হৰি
ফুলৰে তিৰবিৰ দেখি।

ই বোলে "মালিনী," সি বোলে "মালিনী"
"তোৰ দশা ভাল হ'ল,
বাৰে বছৰীয়া শুকান ফুলৰ বাৰী
ফুলি তমস্কাৰ হ'ল।"

মালিনী। আইৰ মূৰেখাতী, পোৰ মূৰে খাতী
বহিয়ে চিন্তিছো হৰি,
ফুল যে মৰিবৰ হ'ল বাৰে বছৰ
হালোৱাই লুৰি গ'ল খৰি।"

ই বোলে "মালিনী" সি বোলে "মালিনী"
"তোৰ দশা ভাল হ'ল,
ফুলৰ মলা গাঁথি কাৰেঙত জোগাবি
ধনেৰে বান্ধিবি দ'ল।"



মালিনী। "আইৰ মূৰে-খাতী পোৰ মূৰে-খাতী
বহিয়ে চিন্তিছো হৰি,
ফুল যে মৰিবৰ হ'ল বাৰে বছৰ
হালোৱাই লুৰি গ'ল খৰি।"

বাটকুৱা। "কোৱাই পুঠী মাছ নিলে বাই মালিনী
চিলাই পুঠী মাছ নিলে,
সেউতী মালতী তগৰ গুটিমালী
ফুলি জকমক কৰে।"

বোৱাৰী-জীয়াৰী হাঁহে খিটে পাৰি
মালিনীৰ ফুলনি চাই,
ভোমোৰাই গুজৰি মাতে ফুলত পৰি
ৰঙেৰে ফুলৰ মৌ খাই।

বাটৰ বাটকুৱাই ৰ'ই ৰ'ই চাই
কোৱাকে কতনো ক'লে,
থাকিব নোৱাৰি দিজাই বাই মালিনী
হাততে আঁকুহী ললে।

চোতালৰ আগৰে তগৰ ফুলেজুপি
গোন্ধতে আমোলমোল কৰে,
মালিনীক দেখিএ জীয়াৰী-বোৱাৰী
কত খিটে পাৰি হাঁহে।

ইফালে সিফালে চকু পচাবোঁতে
পৰিল কোঁৱৰতে চকু,
দেৱ নে মনিষ ঐ বুজিব নোৱাৰি
ললে কোঁৱৰতে আঁঠু।

মালিনী। "মোৰ নাম মালিনী দিজাই শাখিনী
ফুলনি পৰিছিল জঁয়,
অ' মোৰ দেৱতা! কিয়নো তাৰিলা,
কিনো পুইণ কৰিলোঁ মই ?

"কিনো দি শুধিম মই দিজাই শাখিনী
কিনোদি শুধিমে মই,
কোন পোৱাতীৰ কোল শুৱাই আছিলা
দেখিলে চকু যে ৰয় ?

দিবা নে চিনাকি ঠানুৰা ডেকাটি
দিবা নে চিনাকি তুমি
কোননো গোসাঁয়ে সাঁচত মাৰিলে
জোনবে বহন সানি।

ফুল। দেৱও নোহো মই পিশাচো নোহো মই
নোহো মই স্বৰগৰ তৰা,
মানুহৰ পেটৰে নামে ফুলকোঁৱৰ
আহিলোঁ এক দেশৰ পৰা।

"তোকে বুলি যাওঁ দিজাই মালিনী
সমন্ধত বুলি যাওঁ আই
লৰাধৰা কৰি নে আই নাতিনি
তিনি সাজ ভাত খোৱা নাই।"

---

তৃতীয় অধ্যায়

ফুল। কালৈনো গুথিছা ফুলে আই মালিনী
কালৈনো গাথিছা ফুল
খোপাতে এধাৰি ডিঙিত তিনিধাৰি
পিন্ধোতাৰ নেপাৱে কুল।"



মালিনী। বকুলৰ এধাৰি তগৰ তিনিধাৰি
তুয়া গুটিমালী সিম,
নিৰ্পতি ৰজাৰে আলাসৰ জীয়াৰী
ধনেপঁচেতুলীক দিম্।

ফুল। "তোকে বুলি যাওঁ দিজাই আই মালিনী
তোৰে মোৰে একেটি জীউ,
খহুৰা মহুৰা নাতিনি কুমলীয়া
এধাৰি মলাকে সিওঁ।

"ধনেপঁচেতুলীক দিবি আই মালিনী
ফুলতে ফুলদি সিওঁ,
খহুৰা মহুৰা নাতিনি কুমলীয়া
এধাৰি মলাকে দিওঁ।"

মালিনী। কি কৰ নাতি ঐ ঠানুৰা কোঁৱৰ ঐ
পানীয়ে ভাঙিলে কূল,
নিৰ্পতি ৰজায়ে জানিব পাৰিলে
তোৰে মোৰে একেডাল শূল।"

ফুল। তোকে বুলি যাওঁ দিজাই মালিনী
সমন্ধত বুলি যাওঁ আই,
ইধাৰি মলাকে গুথিব খুজিছোঁ
বাছবিচাৰ একো নাই।

"তোকে বুলি যাওঁ দিজাই মালিনী
সমন্ধত বুলি যাওঁ আই,
ইধাৰি মলাকে গুথিব খুজিছো
মোৰে ভাইগলৈ চাই।

তোকে বুলি যাওঁ দিজাই মালিনী
সমন্ধতে বুলি যাওঁ আই,
ইধাৰি মলাকে গুথিব খুজিছোঁ
পঁচেতুলীৰ খোপালৈ চাই।

"ঢাপৰ কানেকটা সিজু আই মালিনী
ঢাপৰ কানেকটা সিজু—
এইধাৰি মলাকে দিবা পঁচেতুলীক—
খোপাতে খাই যাব ৰিজু।

পিচলি পৰিবৰ কাঁহী আই মালিনী
বাগৰি পৰিবৰ কাঁহী,
এইধাৰি মলাকে দিবা পঁচেতুলীক
মিচিকাই পেলাব হাঁহি।

ইচল সিচল কৰি ফুলতে লেখিলে
ফুলতে বতৰা দিলে,
দিজাই আই মালিনী তেনেই আজলী
নেজানি কৰণিত ললে।

---

## চতুৰ্থ অধ্যায়

পঁচেতুলী। আনকালে পতি তুধাৰি এধাৰি
ফুলতো গোন্ধ-ভাপ নাই—
আজি বাই মালিনী ফুলৰে আঁজলি
গোন্ধতে আমোলমোলায়।

ঢাপৰ কানেকটা সিজু ঐ ৰহিলা
ঢাপৰ কানেকটা সিজু,
খোপাৰ মলাধাৰি পিন্ধিব খোজোঁতে
খোপাতে খাই গ'ল ৰিজু।



উভালি তুলিবৰ কচু ঐ ৰহিলা
উভালি তুলিবৰ কচু,
ডিঙিত মলাধাৰি পিন্ধিব খোজোঁতে
পৰিল আখৰতে চকু।

চ'তে মহীয়া এজাৰ ফুল ফুলিলে
পথাৰৰ ফাললৈ চাই,
তোমাৰ ভৰেবতৰ এনেয়ে পঠিয়াইছা
কিহৰ ধৰমলৈ চাই।

চকলাচকলি ডাবে নাৰিকুলী
জেতুলী জৰাৰে জীম,
আঁতৰ হোৱা হ'লে ইমান নহলহেঁতেন
দেহা উবুৰিয়াই দিম।

বৰঘৰৰ মুধতে কপৌ কুৰুলিয়ায়
সাইলাখ মদনৰ মাত—
অজাতি নহওঁ মই নেখেদা নেখেদা
সৰণখেৰ মাৰিছে গাত।

হাঁহ হে পৰিমগৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিমগৈ চালত,
মায়া হৈ সোমামগৈ তোমাৰে শৰীলত
মাখি হৈ চুমা দিম গালত।

"শিৰিঙত সুগৰী কান্দিলে লাহৰী
হৰিণা কান্দিলে বনত,
তোমাৰে সন্তাপত থাকিব নোৱাৰোঁ
মৰি যাওঁ তোমাৰে লগত!

বৰঘৰৰ মূধতে ভৰুণ কলেজুপি
বতাহত বখুৰা ভাগে,
আহিবৰে পৰা মই তোমাকে চিন্তিছো
এৰিলে মোৰে বধ লাগে।”

ধনেপঁচেতুলী। এৰিলি এবুৰি এৰিলি চুবুৰি
এৰিলি নদীৰ কূল,
তোকে বুলি যাওঁ দিজাই বাই মালিনী
কোনে গুথিছিলে ফুল।

চাঁদে-সূৰুযলৈ চাবা বাই মালিনী
চাঁদে-সূৰুযলৈ চাবা,
ঘুনুচা নোহোৱা গুটিফুলৰ মালা
কোনে গুথিছিলে ক'বা।”

মালিনী। ক'লেও কাটিবা অ' পঁচেতুলী
নকলেও নেৰিবা তুমি,
খহুৰা মহুৰা নাতি কুমলীয়া
সেয়ে পঠিয়ালে টানি।

পঁচেতুলী। তাও কাপোৰবে গাঁঠি, ঐ মালিনী
তাও কাপোৰবে গাঁঠি,
তই বুঢ়ী বাজী জীয়েৰ কাঠ-বাজী
ক'ত পালি জাৰ কুমলীয়া নাতি ?

চাঁদে-সূৰুযলৈ চাবি ঐ মালিনী
চাঁদে-সূৰুযলৈ চাবি,
গ'ল দুই কাল আছেহি একাল
সত্যে সত্যে কথা কবি।



কলেও কাটিব নকলেও নেৰিব
পঁচেতুলী কোটোহা গাঁথি,
আগগুৰি মাৰি ক'লে উবুৰিয়াই
কিয় হ'ল কোৱঁৰ নাতি।

পঁচেতুলী। চাঁদে-সূৰুযলৈ চাবা বাই মালিনী
চাঁদে-সূৰুযলৈ চাবা,
খহুৰা মহুৰা নাতিনি কুমলীয়া
সোণকালে পঠিয়াই দিবা।

মালিনী। ৰজাৰে নগৰখন চাৰিচকৰীয়া
হেজাৰী বৰুৱাই ৰখে,
চৰাই চিৰকতি পশিব নোৱাৰে
কোঁৱৰনো কেনেকৈ পশে ?

পঁচেতুলী। “কান্দি ফুৰিমে বিনাই ফুৰিমে
ক'তো নেপামে সুখ,
আও মৰণেৰে মাৰিলি মালিনী
এতিয়া নুবুজ দুখ।

“তোকে বুলি যাওঁ দিজাই বাই মালিনী
কিয় আনিছিলি ফুল ?
বেং হৈ আহিলি সাপ হৈ খুটিলি
এতিয়া নেপাৱ কুল।

“ওলাই মাৰে গ'ল থুপি থুপি তৰা
আকাশৰ নেজালী তৰা,
কতক ৰঙে চাই থাক তই মালিনী
ধৰি আন বুকুৰে ল'বা।

"কাউৰী শতুৰু মুগাচুঙীয়া
পৰিব নিদিয়ে ডালত,
মোৰে শতুৰু তই বাই মালিনী
কোঁৱৰক ৰাখিছ আঁৰত।

"লাটিম বৰুৱাৰে চাটিম বাই মালিনী
লাটিম বৰুৱাৰে চাটিম,
কোঁৱৰক নিদিলে সত্যে সত্যে সত্যে
(তোৰ) নাকে চুলি জপাই কাটিম।

"নাকে-চুলি জপাই কাটিম তোৰ মালিনী
নাকে-চুলি জপাই কাটিম,
কোঁৱৰক নেপালে সত্যে সত্যে সত্যে
জুইতে জাহ দি মৰিম।"

মালিনী। "আগলই নেচালোঁ পাছলই নেচালোঁ
মৰিলোঁ বতৰা কই,
খহুৰা মহুৰা নাতিনি কুমলীয়া
সোণকালে পঠিয়াম গই।"

ৰজাৰ নগৰখন কোৰোকা-কুৰুকি
গড় মাৰি ৰাখিছে পালি
আগম নিৰ্গম হাজাৰী বৰুৱাৰ
শতুৰু নেযায় এ সাৰি।

থ'য়ে কি অথয়ে থৈ ঐ ৰহিলা
থ'য়ে কি অথয়ে থৈ —।
পঁচেতুলী নগৰত সোমাল ফুলেকোঁৱৰ
কালিন্দী ভোমোৰা হৈ।

---



**পঞ্চম অধ্যায়**

কপৌৰ শতুৰু আকাশৰে চিলনী
মাছৰ শতুৰু মাছে,
পঁচেতুলীৰ শতুৰু দিনৰে দিনটো
কোঁৱৰ চন্দুকতে থাকে।

উহুৱাই ৰান্ধিলে হাঁহে-বাঁহে মিলাই
মওহক ৰান্ধিলে শাকে,
পঁচেতুলী গাভৰুক ফুকনে জুখিলে
জোখে একেদৰে থাকে।

এদিন এদিন কৰি জুখিব ধৰিলে
মুঠে চাৰি মাহ হ'ল,
আৰো দোৱাবাৰ তুলত জোখোঁতে
পোনে ডেৰ তোলা হ'ল।

কোৱাই পুঠীমাছ নিলে ঐ টোকাৰী
কোৱাই পুঠী মাছ নিলে,
পঁচেতুলী গাভৰুক জোখত সৰহ পাই
ৰজালৈ বাতৰি দিলে।

ৰজাৰে নগৰখন কোৰোকা-কুৰুকি
লয় ৰৌমাছে কুৰ,
সেই কথা শুনি ৰজা নিৰ্পতিয়ে
তললই কৰিলে মুৰ।

ৰজাৰে নগৰখন কোৰোকা-কুৰুকি
লয় ৰৌমাছে কুৰ,
"ডিঙিৰ মুকুতা সোলোকাই পিন্ধামে
যেয়ে ধৰি দিব পাৰে চোৰ।"

দিন দিন কৰি দিন গ'ল উকলি
ধৰিব নোৱাৰে চোৰ,
কোঁৱৰ মাজে নিশা ওলায় জপাৰ পৰা
দহ মাহ হ'ল পূৰ।

পোৱালি হাতীৰে শুব ঐ টেকাৰী
পোৱালি হাতীৰে শুব,
ৰাতি মাজে নিশা ধনেপঁচেতুলীৰ
সখীয়েকে ধৰিলে চোৰ।

"কোৱাই পুঠীমাছ নিলে পঁচেতুলী
চিলাই পুঠীমাছ নিলে,
কিনো দেখিছা ধনেপঁচেতুলী
কোঁৱৰক শাললই নিলে।"

পঁচেতুলী। "লাটিম বকুৱাৰে চাটিম ঐ পিতাদেউ
লাটিম বকুৱাৰে চ'টিম,
মোৰ যদি কোঁৱৰক বধিব লাগিলে
আইৰে সতিনী খাটিম।"

আউলীবাউলী ধনে পঁচেতুলী
ফুকনক আগচি ধৰে
"মোৰ বধে ছোৱে নবধা তিৰী ঐ"
ফুকনৰ পাৱতে পৰে।

কুকুৰৰ তেজেৰে বাঙলী কৰিলে
ৰূপৰে হেংদান ঐ—
"ধনেপঁচেতুলীৰ চোৰক বধিলোঁ।"
ৰজাক জনালেগৈ।



কিনো অগতিৰ গতি ঐ ফুলচী
কিনো অগতিৰ গতি,
সগৰ্ভা কুঁৱৰী পলায় কেনেকৰি
লগত যায় সাৰথি পতি।

## ষষ্ঠ অধ্যায়

হাবিৰে মাজতে বাঘৰ গোজৰণি
কিনো অগতিৰ গতি
অৰুণা জগৰা দুটি ভাই-ককাই
উপজিল তেনে কৰি।

পচেঁতুলী। "চ'তে মহীয়া ৰ'দে টৌ টৌ
পিয়াহত ফাটি যায় হিয়া
মোৰ সুবয়সত মৰিলোঁ। কোঁৱৰ ঐ
পানী দি জীৱ-দান দিয়া।"

ফুলকোঁৱৰ। "চাঁদে-সুৰুযলৈ চাবা পঁচেতুলী
চাঁদে-সুৰুযলৈ চাবা
পানীৰে লগতে এৰিলোঁ। তোমাকে
আহিলে ইয়াতে পাবা।"

চ'তে মহীয়া এজাৰ ফুল ফুলিলে
পথাৰৰ ফাললৈ চাই
পানীৰে লগতে কোঁৱৰ ভ্ৰমি ফুৰে
পানী যে ওচৰত নাই।

পানীৰে লগতে বাটকুৰি বাওঁতে
দিনৰে ডেৰপৰ বেলা,
কোঁৱৰক লৈ গ'ই শুকুলী হাতীয়ে
পাতে এক দেশত ৰজা।

কোঁৱৰক নেদেখি ধনেপঁচেতুলী
চাঁদে-সূৰুযলৈ চালে
"অৰুণা জগৰা দুটি ভাই-ককাই
মৰিলে তোমাতে লাগে।"

কোঁৱৰক লৈ গ'ল শুকুলী হাতীয়ে
পাতে এক দেশত ৰজা
কুঁৱৰীক লৈ গ'ল সাউদ ঐ মুদৈয়ে
পাতিনাৱত দিয়ে ভৰা।

অৰুণা জগৰা দুটি ভাই-ককাই
হাবিতে খপিলে ৰাতি,
বাঘে-ভালুকে ৰখীয়া-পৰিয়া
মেঘে ধৰিছিলে ছাতি।

অৰুণা জগৰা দুটি ভাই-ককাই
বঁহত বসতিৰ গোট
বাঘে ভালুকে ৰখীয়া পৰীয়া
খুৱাই মেনী ম'হে দুধ।

অৰুণা জগৰা দুয়ো লৈ টোকাৰী
গাতে লাংমাইৰ গাঁঠি
গায় যায় মালিতা দুখৰে ভাণতা
নগৰে নগৰে থাকি।

"আই যে আছিলে ধনেপঁচেতুলী
বোপাই মালিনীৰ নাতি
তাও কাপোৰক ঘিণত নিপিন্ধিলোঁ
মাৰোঁ লাং মাইৰ গাঁঠি।



"বোপাইক লৈ গ'ল শুকুলী হাতীয়ে
পাতে এক দেশত ৰজা
আইক লৈ গ'ল সাউদৰ মুদৈয়ে
পাতিনাৱত দিয়ে ভৰা।

"অৰুণা জগৰা দুটি ভাই ককাই
হাবিত খপিছিলোঁ ৰাতি
বাঘে-ভালুকে ৰখীয়াপৰীয়া
মেঘে ধৰিছিলে ছাতি।

"অৰুণা জগৰা দুটি ভাই-ককাই
বঁহত বসতিৰ গোট
বাঘে-ভালুকে ৰখীয়াপৰীয়া
খুৱাই মেনী ম'হে দুধ।"

মাকে নেজানে নিজৰ পোৱে বুলি
থাকে ছৈ-ঘৰৰ আঁৰে
পোৱেও নেজানে নিজৰ আই বুলি
মৰে পুহ মাহৰ জাৰে।

অৰুণা জগৰা দুটি ভাই-ককাই
দুখৰ কথাখিনি কলে—
সেই কথা শুনি ধনেপঁচেতুলী
কোলাতে বহুৱাই ললে।

অৰুণা জগৰা দুয়ো লৈ টোকাৰী
গাতে লাংমাইৰ গাঁঠি
ফুৰে গায় মালিতা, দুখৰে ভণিতা
সেই নগৰতে থাকি।

কিনো অগতিৰ গতি ঐৰাম
কিনো অগতিৰ গতি
অৰুণা জগবাক শুনিবৰ মনেৰে
ৰজাই পঠিয়ালে মাতি।

বাপেকে নেজানে নিজৰ পোৰে বুলি
গাত যে লাংমাইৰ গাঁঠি
পোৰেও নেজানে আমাৰ বোপাই বুলি
বোপাই যে মালিনীৰ নাতি।

অৰুণা জগৱা ছুটি ভাই-ককাই
দুখৰ কথাখিনি ক'লে,
সেই কথা শুনি শ্ৰীফুলকোৱঁৰে
কোলাতে বহুৱাই ল'লে।

গায়নে-বায়নে এহেজাৰ পালিৰে
কেঁকুৰী দোলাতে তুলি
ধনেপঁচেতুলীক আনি ফুলকোঁৱৰে
মুদৈকে পেলালে কাটি।

**সপ্তম খণ্ড সমাপ্ত**

# জনা গাভৰুৰ গীত

সংগ্ৰাহক

**শ্ৰীৰূপেশ্বৰ দত্ত**

মেলেং, লাদৈগড়
চাওখাট (যোৰহাট)

প্ৰথম প্ৰকাশ
১৯২৫ চন

## উছৰ্গা

যাৰ দ্বাৰাই মই এই বিনন্দীয়া সংসাৰ

দেখিবলৈ পাইছোঁ,

আৰু

এই পৃথিৱীত যাৰ স্নেহৰ ধাৰ শুজিবলৈ

মোৰ শক্তিৰ নাটনি,

সেই

পূজ্যপাদ পিতৃদেৱৰ শ্ৰীচৰণত

"জনা গাভৰু"ৰ গীতটি

গোটাই আনি সভক্তিৰে উছৰ্গা কৰিলোঁ।

—সংগ্ৰাহক

# লোকগীতি-সংগ্ৰহ (৮)

## জনা গাভৰুৰ গীত

আই সৰেচতী ৰং ফুল মালতী
তোমালৈ মানি যাওঁ পাৰ,'
পাহৰা নামকে সোঁৱৰণ কৰিবা
যেনে উজনীয়া নাৱ'।

আই সৰেচতী ৰং ফুল মালতী
তোমালৈ মাৰি যাওঁ চিতল,
পাহৰা নামকে সোঁৱৰণ কৰিবা
ডিঙি কৰি যাবা শীতল।

আই সৰেচতী ৰং ফুল মালতী
তোমালৈ মানি যাওঁ চাউল,
পাহৰা নামকে সোঁৱৰণ কৰিবা
ভাঙিবা এৰিয়াৰ আউল।

আই সৰেচতী ৰং ফুল মালতী
তোমালৈ মানি যাওঁ পিঠা,
পাহৰা নামকে সোঁৱৰণ কৰিবা
যেনে পাজিকটা সূতা।

আই সৰেচতী ৰং ফুল মালতী
তোমালৈ মানি যাওঁ কি,

তোমালৈ মানি যাওঁ শুকুলা ছাগলী
মাহে-পৰেসাদে দি।
আই সৰেচতী দেৱী পাৰ্ৱতী
তোমালৈ মানি যাওঁ লং,
আই সৰেচতী নামি আহিছে
মূৰত বাৰেবুৰি চং।
জনাই সাজিব পাচি-খৰাহি
নজনাই তুলাব টঙাল,
আই সৰেচতী জীয়াই থাকে মানে,
নামবো যে নহব কঙাল।
মৰিয়াই গঢ়িলে টৌ পৰ চৰিয়া,
কমাৰে গঢ়িলে মিত,
সভাসদসকলে দায় নধৰিবা
গাই যাওঁ পাহৰা গীত।
জেঠত রুই যাওঁ সোন্দা কল এজুপি
কেতিয়া মেলিব থোৰ—
গধূলি পৰতে বন্তিৰ পোহৰত
নামবো মেলিছোঁ মূৰ।
গৰুচৰ ৰাজ্যতে জনা গাভৰুৱে
তিৰী হৈ ৰাজপাট খায়,
ন শ কোঁৱৰক বন্দীকৈ থৈছে,
তাইৰ মান বলৱান নাই।
ন শ কোঁৱৰক জনাই বন্দী কৰে
যুৰীয়া মৰাইছে ঢাপ,
ন শ কোঁৱৰক জনাই বন্দী কৰে,
লগা নাই পুৰুষৰ শাপ।



দেশে-বিদেশে পৰণা পঠাইছে,—
"পৰীক্ষাত উঠিব যেয়ে,
তিনটা পৰীক্ষাত উঠিব পাৰিলে
স্বামী-গুৰু হব সেয়ে।
তিনটা পৰীক্ষাত উঠিব নোৱাইলে
মই বন্দী কৰি থম,
তিনটা পৰীক্ষাত উঠিব নোৱাইলে
বাপেকৰ বুঢ়ামাক হম।"
কামপুৰ চহৰত নটৰ কলিধনে
জনাৰ বাতৰি পাই,
ভাত-পানী খাই পেটো নভৰে,
ঢাৰি-পাটীত টোপনি নাই।
"জনা গাভৰুক মই বিয়া কৰিম
পিন্ধামহি ৰেছেমী সাজ,
জনা গাভৰুক মই বিয়া কৰিম,
পাব কোঁৱৰহঁতে লাজ।"
নটৰ কলিধনে বাটকে বুলিছে,
দিন-ৰাতি একো নাই,
ছমাহৰ বাটকে ছদিনে কলিধনে
গৈ জনাৰ নগৰ পায়।
জনাৰ নগৰক পাই কলিধনে
ঘনাই লগাই গল মাত,—
"মোক পাৰ কৰি দে তই বুঢ়া ঘাটৈ,
মই জানো কোঁৱৰৰ জাত।"
মাতক মাতি গল বুঢ়া ঘাটৈয়ে
কলিধনৰ মুখলৈ চাই,—

"জনাৰ নগৰে যাবলৈ আহিলি,
মোৰ গাত একো দোষ নাই।
ন শ কোঁৱৰক মই পাৰে কৰোঁ,
জনাৰে নগৰে যায়;
আজি বাৰে বছৰ যায় জানো গুজৰি,
উভতি যেন যোৱাহি নাই।
হেচুকি দি গলে কাঠৰে ডোখোৰা,
কাটি দিওঁ তামোলক খা,
জনাৰ নগৰে নেযাবি কলিধন,
ঘৰলৈ উভতি যা।"
মাতক মাতি গল নটৰ কলিধনে
ঘাটৈৰ মুখলৈ চাই,—
"মোক পাৰ কৰি দে, তই বুঢ়া ঘাটৈ,
তোৰ গাত একো দোষ নাই।"
নাৱতো এভৰি, বামতো এভৰি,
যতৰাই মাৰিলে হাঁচি;
মাতক মাতি গল নটৰ কলিধনে,—
"তোৰে পানী লগা হাঁচি।
মৰিয়াই মাৰিবৰ শগুন বুঢ়া ঘাটৈ,
মৰিয়াই মাৰিবৰ শগুন,
জনা গাভৰুক ঘূৰি লৈ আহোঁগৈ,
দিমহি তোক সোণোৱালী লগুণ।"
চিলাই পুঠী মাছ নিলে হৰি হৰি,
চিলাই পুঠীমাছ নিলে,
সেই কথা শুনি নটৰ কলিধনক
বুঢ়াই পাৰে কৰাই দিলে।



নাৱৰে এপেৰা নামি কলিধনে
মেলি খায় হাঁচটিৰ গুৱা,
মাতক মাতি গল জনাৰ লিগিৰীয়ে,—
"কৰ পৰা আহিছা কোঁৱা।"
"কামপুৰ চহৰত মোৰে ঘৰে-বাৰী
আছোঁ বহি বহি খাই,
জনাৰ নগৰে যাবলৈ আহিছোঁ
বাটতে বাতৰি পাই।
ন শ কোঁৱৰক জনাই বন্দী কৰে,
যুৰীয়া মৰাইছে ঢাপ,
মই বাপেক পৈয়েক আহিছোঁ এতিয়া
বলেৰেই মাৰিমগৈ জাত।"
যায় খৰে কৰি ভৰি যায় পিচলি,
জনাৰে শিলৰে আলি,
জনা গাভৰুক দেখি কলিধনে
খচৰাই পাৰিলে গালি।
"দাতৰ বিষ কাঢ়িলে, চুলিৰ আগ কাটিলে,
তললৈ নামিলে ভুৰু,
মই হেন পৈয়েৰে নিবলৈ আহিছোঁ,
মানি ল স্বোৱামী-গুৰু।"
যেতিয়া তেনেকৈ কবলৈ ধৰিলে
জনাৰ উঠিলে খং,
"ৰ' বুঢ়ীমাৰে ক'ৰ পৰা আহিছ,
এতিয়া দেখুৱাম ৰং।"
খোপাত আছিলে চোকা কটাৰী,
সানে লাহে কৰি শান,

খচৰাই ধৰি লচবাই কাটিলে
কলিধনৰ দুখনি কাণ।
কাণো কাটিলে, নাকো কাটিলে,
মাৰে কাণকটা চৰ;
কাণ-নাক কটা মাছ-খোৱা বিড়লী
ভিৰাই মাৰিলে লৰ।
কি কাম কৰিলোঁ, কি বুদ্ধি কৰিলোঁ
বাৰীত দামেকলে কুই,
আগেয়ে নেজানো, এতিয়া জানিছো,
হৃদয়ত একুৰা জুই।
জনাই লৰ মাৰি ধৰে খেদা মাৰি
কলিধনৰ দুখনি হাতত,
হাতত ধৰি পেলাই দলি মাৰিলে,
সিপাৰ হৈ পৰিলগৈ ঘাটত।
লুইত পাৰে হৈ পৰি কলিধনে
মনত ভবা-গুণা কৰে,
নগাৰত আছিলে গোপীচন সখিয়েক
তালৈ জানো মনতে পৰে।
"সৰু কালতে সখি পতাইছিলোঁ
গোপীচন কোঁৱৰৰ লগত,
দুখৰ কালতে সোঁৱৰণ হৈছে,
এতিয়া পৰিছে মনত।"
কি মাছ মাৰিবৰ শ'ল হৰি হৰি,
কি মাছ মাৰিবৰ শ'ল,
এইনো কথা কৈ নটৰ কলিধন
সখিয়েকৰ গুৰিলৈ গল।



দুপৰ মাৰি মাৰি ডেৰ পৰ মাৰিলে
নীৰলত বাজিলে ঘৰী,
সেইখিনি পৰতে নটৰ কলিধনে
নগৰত দিলেগৈ ভৰি।
হেচুকি দি গলে শৰাই পিতলুৱা,
"কাটি দিওঁ কৰেফুল খোৱা,
কি কথাত আহিলা বুকৰ সখিদেউ,
ভাঙি কথাষাৰি কোৱা।"
মাতক মাতি গল নটৰ কলিধনে
সখিয়েকৰ মুখলৈ চাই,
"কলে কটা যাওঁ নকলে বঁটা পাওঁ
কবৰে সকামক নাই।
ছাটিম বকুৱাক, ছাটিম সখিদেউ,
ছাটিম বকুৱাক ছাটিম,
তুমি সুধিলা বুকৰ সখিদেউ,
নকৈ মই কেনেকৈ থাকিম!
গৰুবাট চহৰত জনাই বাস কৰে,
তাইৰ মান শুৱনী নাই,
ন শ কোঁৱৰক বন্দী কৈ থৈছে,
তিৰী হৈ ৰাজপাট খায়।
চৰায়ে কৰিবৰ চিউ সখিদেউ,
চৰায়ে কৰিবৰ চিঁ,
অপহীয়া তিৰীয়ে খাইছে ৰাজপাট,
কোঁৱৰ হৈ কৰিছা কি?
উজাই চালোঁ মই ভটীয়াই চালোঁ মই
জনাৰ মান শুৱনী নাই,

নাকো কটালোঁ, কাণো কটালোঁ,
তেও জানো পাবলৈ নাই।
এনে তুপৰীয়া মই পৰোঁ নৰিয়া,
আয়ে জীৱ-দান মাগে,
সত্যে-শপতে, নগৈ নেথাকিবা
জনাক আনিবগৈ লাগে।”
মাতক মাতি গল, গোপীচন কোঁৱৰে
সখিয়েকৰ মুখলৈ চাই,
“বোপায়ে আনিছিল ছপোণ মাদৈ,
ন পোণ আনিলো মই।
দিনে দিনে কৰি বয়সে যায় চৰি,
কোনেও বুজোঁতা নাই,
ন পোণ মাদৈয়ে গা জুৰ কৰিছে,
মই যোৱা সকামক নাই।”
“কোন ধৰমীয়ে ধৰম কৰি যাব
বাটত কুই যাব বৰ ;
কোন ধৰমীয়ে ধৰম কৰি যাব,
লব কোঁৱৰহঁতৰ বৰ।
ন শ কোঁৱৰক জনাই বন্দী কৰে,
ডাঢ়িয়ে ঠাই-ঘৰ সাৰে,
কোন ধৰমীয়ে ধৰম কৰি যাব
সিহঁতক উদ্ধাৰিব পাৰে।
অলপতে আহুদি নেখাবা সখিদেউ
তোমাৰ মান বলৱান নাই,
তুমি নুধাৰিলে ন শ কোঁৱৰক
আৰু উধাৰোঁতা নাই।



তোমাৰ বলে হব, মোৰে বুদ্ধি হব
জনাৰ নগৰে যাম,
তোমাৰ যুৰীয়া জনা গাভৰুক
গৈ হাতে হাতে পাম।”
যেতিয়া তেনেকৈ কবৈল ধৰিলে,
গোপীচনে মেলিলে মন,—
জনা গাভৰুক আনিব নোৱাইলে
মিছা ঘৰে-বাৰী ধন।
মিছাতে আনিলো ন পোণ মাদৈ
মিছাতে কটালোঁ কাল,
জনা গাভৰুক আনিব নোৱাইলে
একোতে নেলাগে ভাল।
দেও দি সাৰিলে দেও দৰিকণা,
সাৰে পল ভাঙি শ’ল,
এনে কথা কৈ গোপীচন কোঁৱৰ
মাকৰ গুৰিলৈ গল।
“তোমাক বুলি যাওঁ বুকৰে বাঁৰী আই,
চৰণত লগাই যাওঁ শিৰ,
মোকে বিদায় দিয়া, তুমি মোক বাঁৰী আই
মনত নাইকিয়া থিৰ।
ভাতক বান্ধি দিয়া খাওঁ মই বাঁৰী আই,
পানী আনি দিয়া খাওঁ,
জপাৰ সাজে-কাপোৰ উলিয়াই দিয়া মোক
গৰুবাট নগৰে যাওঁ।
ন শ কোঁৱৰক জনাই বন্দী কৰি
যুৰীয়া মৰাইছে ঢাপ,

ন শ কোঁৱৰক উদ্ধাৰ কৰোঁগৈ
গুচাওঁগৈ মনৰে তাপ।
মিছাতে খেদিলোঁ লৰালি ধেমালি
মিছাতে কটালোঁ কাল,
জনা গাভৰুক আনিব নোৱাইলে
একোতে নেলাগে ভাল।
জনাৰ কথা শুনি নেখাওঁ ভাতে-পানী
নোশোওঁ ঢাৰিপাটীত পৰি,
জনা গাভৰুক আনিব নোৱাইলে
যাম ডিঙি কাটি মৰি।”
মাতক মাতি গ'ল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ মুখলৈ চাই,
“জনাৰ চুলিতাৰ জেঠীনেগুৰীয়া
তাইৰ মান শাখিনী নাই।
হিয়া ভাঙি ভাঙি খোজক বুলে তাই
তাইৰ মান কুলক্ষণী নাই,
জনাৰ ভৰিযোৰ খৰমেখুৰীয়া
তাইৰ মান গজমূৰী নাই।
পাছলৈ মানুহ চাই খোজক বুলে তাই
তাইৰ মান খাইমূৰী নাই,
এপুৰা চাউলক জনা গাভৰুৱে
কোঁচত লৈ গলিয়াই খায়।
জনাৰ দাঁত ছুপাৰি, শঁখা এফুলা,
হাঁহিলে আপচু দেখি,
জনা গাভৰুক আনিব নেলাগে,
বোপাই, মূৰত বাৰেবুৰি লেখী।



জনা গাভৰু এঙাৰ কলীয়া
দেখিলে লাগিব ঘিণ,
জনা গাভৰু ওফোন্দাগলীয়া
কপালত ক'লা মাহৰ চিন।
কেকোৰাচুলীয়া উজলাদাঁতিনী
তাইৰ মান আগঢ়ী নাই,
আমাৰ বোপাই তই নেলাগে আনিব
ভালে চাই আনি দিম মই।”
মাতক মাতি গল গোপীচন কোঁৱৰে
মাকৰ চিৰিমুখ চাই,—
“জনা গাভৰুক আনিবলগীয়া
মোৰো গৰজক নাই।
তিৰী কেলেহুৱা মোক নেদেখিবা,
তিৰীৰ আশাত ওলোৱা নাই,
ন শ কোঁৱৰক তাই বন্দী কৰে
তিৰী হৈ ৰাজপাট খায়।”
মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ চিৰিমুখ চাই,
“বাপেৰে আনিছিল ছপোণ লিগিৰী
ন পোণ আনি দিলোঁ মই।
ন পোণ লিগিৰীয়ে গা জুৰ নপৰে
আৰু ছপোণ আনি দিওঁ মই,
জনা গাভৰুক বোপাই আনিবলৈ
কেতিয়াও নেযাবি তই।”
“তেল দিলে নুজুৰায় গা মোৰ বাঁৰী আই
পানী দিলে নুজুৰায় গা,

ফটিকৰ গাৰুটো এফালি ফালিলোঁ
কতো পৰ নুজুৰায় গা।
কতক ভেলভেলাৰ বুকুৰ বাঁৰী আই
মোৰ গুৱিৰ পৰা যা,
জনাৰ বাতৰি শুনি মোৰ বাঁৰী আই,
একোতে নুজুৰায় গা।"
মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ মুখলৈ চাই,
কেঁচুৰা কালতে বাপেৰো মৰি গল,
সহায়-সাৰথি নাই।
এপতীয়াৰে পৰা দুপতীয়া কৰিলোঁ,
সহায় কোন আছিলে তোৰ,
বুকত বান্ধি বান্ধি ডাঙৰ কৰিলোঁ,
বোপাই, হাক দিয়া নুশুন মোৰ!
কি কাম কৰিলোঁ, কি বুদ্ধি কৰিলোঁ,
বাৰীত দামেকলে ৰুই,
নটৰ কলিধন আহিবৰে পৰা
মোৰ বুকত লাগিছে জুই।"
"ডালতে পৰি গল ডলুৱা ফেঁচাটি
খুটি দেখি পৰি গল জিঞা,
জনাৰ নগৰে যাবলৈ ওলাইছোঁ,
চুলি ছিঙি আশীৰ্ব্বাদ দিয়া।"
মাতক মাতি গল বুকৰ কুঁৱৰীয়ে
কোৱঁৰৰ মুখলই চাই,—
"জনাক আনিবলৈ যাবলৈ ওলাইছা
আমাত একো কাম নাই।



লালৈ ববৰে খালৈ, মোৰ মইনা,
লালৈ ববৰে খালৈ,
গৰুচৰ ৰাজ্যলৈ যাবলৈ ওলাইছা
আমাক এৰি যোৱা কলৈ?"
মাতক মাতি গলে ঠানুৱা কোঁৱৰে
কুঁৱৰীৰ চিৰিমুখ চাই,
"জনাৰ নগৰে যাবলৈ ওলাইছোঁ
তইঁতৰ একো দোষ নাই।
চকোৱা ববৰে বাঁহে ফালি ফালি
জেওৱা ববৰে সূচি,
ছমাহৰ মূৰতে ঘূৰি নাহিলে
কুঁৱৰীহঁত যাবি গুচ।
ন শ গৰু মহ ছ শ বন্দী-বেটী
তাক পালি-পাচি খাবি,
জনাৰ নগৰে যাবলৈ ওলাইছোঁ,
কাঠনি বেত্তনি হাবি।
জনাৰ নগৰে যাবলৈ ওলাইছোঁ,
পৰিমগৈ কৰবাত চোৰ,
ছমাহৰ মূৰত মই ঘূৰি নাহিলে
দহা-কাজ কৰিবি মোৰ।
ন শ কোঁৱৰক জনাই বন্দী কৰে
আমি থকা সকামে নাই,
জনাৰ নগৰে গৈনো মই কুঁৱৰী
ঘূৰি অহা ঠিকনা নাই।
কুৰিতে নহবি বুঢ়ী ঐ কুঁৱৰী
কুৰিতে নহবি বুঢ়ী,

যদি দয়া কৰে পৰম ঈশ্বৰে
আহিম মই ছমাহত ঘূৰি।
আইক মই বুলি যাওঁ বুকৰে বাঁৰী আই,
কুঁৱৰী বুলি যাওঁ তোক,
ছমাহৰ মূৰতে ঘূৰি নাহিলে
মৰিলো বুলি জানিবি মোক।
লুইতে এৰিলে দীঘলী এসুঁতি,
দিহিঙে এৰিলে কূল,
তইঁতক আনিবৰ নহল ছমাহেই
নুগুচিল হালধিৰ বোল।"
মাতক মাতি গল বুকৰ কুঁৱৰীয়ে
কোঁৱৰৰ চিৰিমুখ চাই,
"অতি হেপাহেৰে আয়ে বিয়া দিলে,
পুৰুষত বিশ্বাস নাই।
অচিন কাঠৰে থোৰাকো নলবা,
আৰু নেবানিবা ধান,
নেজানি-নুশুনি আমাক বিয়া দিলে,
কোঁৱৰে নেৰাখে মান।
গৰুচৰ ৰাজ্যলৈ নটৰ কলিধনে
কাৰে বুদ্ধি পাই গলে,
জনা গাভৰুৰে নাক-কাণ কাটিলে
কাললৈ খিয়াতি থলে।
আথৈ খাই খাই পেট নভৰিলে
নিয়ৰত নিতিতিল ভৰি,
ন পোণ কুঁৱৰীয়ে, কান্দিব লাগিছে,
কোঁৱৰৰ ভৰিতে পৰি।



শৰাইৰ গুৱাপাণ শৰাইতে শুকাব,
খাওঁতা নহব কেওঁ,
জনাৰ নগৰে আমিয়েই যাওঁগৈ,
তুমি নেযাবা তেও।
পকা তামোলৰ দাবীয়া এধাৰী,
কেচা তামোলৰে আঁহ,
জনাৰ নগৰে যাবলৈ ওলাইছা
তোমাৰ নাইকিয়া আশ।
শৰাইৰ গুৱা-পাণ শৰাইতে শুকাব,
নুশুকায় কৰিব কি?
অভাগীৰ কপালত সুখ নেলেখিলে
কপালত লেখিলে কি?
পাটী পাৰি পাৰি নোশোওঁ আজিৰ পৰা
নোশোওঁ পাটী-ঢাৰি পাৰি,
অবুজন কোঁৱৰক, বুজাব নোৱাৰি
ফুলতে কৰিলে বাঁৰী।"
মাতক মাতি গল গোপীচন কোঁৱৰে
কুঁৱৰীৰ চিৰিমুখ চাই.
"সত্যে-শপতে মিছা নেমানিবি,
তিৰীৰ আশাত ওলোৱা নাই।
লাটিম বৰুৱাক ছাটিম ঐ কুঁৱৰী
লাটিম বৰুৱাক ছাটিম,
জনা গাভৰুক আনিব পাৰিলে
চুলিকোছা গৰত থৈ কাটিম।"
জাপ মাৰি পাৰিলে ডেকা গছৰ তামোল ঐ,
আৰু পাৰে মঁদাৰৰ পাণ;

তুখন ঠগী-শৰাই সজাই পৰাই লৈ
বাঁৰী মাকৰ ছোৱাই যায় কাণ ।
"ডালতে পৰি গল ডলুৰা ফেঁচাটি
খুটি দেখি পৰি গল জিঞা,
"জনাৰ নগৰে যাবলৈ ওলাইছোঁ,
বাঁৰী আই আশীৰ্ব্বাদ দিয়া ।"
মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ চিৰিমুখ চাই,
জনাৰ নগৰে পঠিয়াম মইনা
মাটিৰ ঐ মঙলক চাই ।"
চাই তিনি বেলি মাটিৰ ঐ মঙলে
কোঁৱৰৰ মুখলৈ চাই,
আগৰে পৰা গুৰিলৈ গণিলে
কোনো যেন বিঘিনি নাই ।
"মাটিৰে মঙল চাই হেপাহ মোৰ নপলায়,
গণক চোৱাবলৈ যাওঁ,
জনমৰে পৰা মৰণক চোৱাওঁগৈ
ঠাকুৰাত কিনো দোষ পাওঁ ।
বাপেৰৰ দিনৰে নৰাম গণক ঐ,
তাৰে ওচৰলৈ যাওঁ ;
এডালিক হুডালি কৰি মই চোৱামগৈ
তাত জানো কি দোষ পাওঁ ।"
দেও দি মাৰি গল দেও দৰিকণা,
পল ভাঙি সাৰি গল শল,
সোণ লৈ এচৰু ৰূপ লৈ এচৰু,
গণকৰ ওচৰলৈ গল ।



মাতক মাতি গল নৰাম গণকক,
"মোৰনো মুখলৈ চা,
জনাৰ নগৰে গোপীচন ওলাইছে,
ভালকৈ মঙলখন চা ।"
"প্ৰথমে প্ৰণামো ব্ৰহ্মা বিষ্ণু আদি,
দ্বিতীয়ে প্ৰণামো হৰি ;
তৃতীয়ে প্ৰণামো সোণমান দানকে,
চাওঁ মহা দৃষ্টি কৰি ।
হাঁহৰ এবলি, পাৰৰ এবলি,
দি যাওঁ ছাগলীৰে বলি,"
সোণমান দানকে নমাব নোৱাৰি
খোজে বগা মহৰ বলি ।
মাতক মাতি গল গণকৰ লৰাই,
"শুনিবা শুনিবা আই !
এইটি পৰীক্ষাত উঠিব নোৱাইলে
মোৰ গাত একো দোষ নাই ।
হাঁহৰো এবলি, পাৰৰো এবলি,
দি যাওঁ ছাগলীৰ বলি ;
সোণমান দানকে নমাব খুজিলে
খোজে নে বগা মহৰ বলি ।"
মাতক মাতি গল বুকৰ বাঁৰী মাকে
গণকৰ মুখলৈ চাই,
"যিহকে খুজিব তাৰেই পূজিব,
তালৈ একো ভয় নাই ।
হাঁহৰো এবলি, পাৰৰো এবলি,
দি যাম বগা মহৰ বলি ;

জনাৰ নগৰেদি ঘূৰি আহিলে
দি যাম নৰ-মনিষৰ বলি।
তোকো বুলি যাওঁ গণকৰে লৰা,
দাপোণক বুলি যাওঁ আই,
অভাগীৰ কপালত এটি পুত্ৰহে,
আগলৈ পাছলৈ নাই।
আগ-গুৰি মাৰি ভালকৈ চাবি তই
কোঁৱৰত কিনো দোষ আছে,
কিবা স্বৰূপত ঘটনা-এ হব,
ডিঙি কাটি মৰিম পাছে।"
ৰ'দৰ কাচলিত বহি লৈ গণকে
ভালকৈ গণনা কৰে,
আগৰে-এপেৰা পাছলৈ গণিছে,
গণনাত কিনো দোষ ধৰে।
চায় তিনি বেলি সোণমান দাপোণক
আঙুলীৰ মূৰতে লেখি,
বাওঁ বা-বিচনীৰ এটুপি মৰা-তেজ
এটি মাহৰ মান দেখি।
মাতক মাতি গল গণকৰে লৰা,
"শুনিবা শুনিবা আই!
আগৰে এপেৰা পাছলৈ গণিলো
কোঁৱৰত বিঘিনি নাই।
বাওঁ বা-বিচনীৰ এটুপি মৰা-তেজ
এটি মাহৰমান মাটি,
গোপীচন কোঁৱৰত সেইটি দোষ আছে,
তাকো পেলাবাগৈ কাটি।"



মাতক মাতি গল বুকৰ বাঁৰী মাকে
গণকৰ মুখলৈ চাই,
বুকত বান্ধি বান্ধি তুলিলোঁ-তালিলোঁ
কোঁৱৰত মৰা-তেজ নাই।
কোন দুৰাচাৰে দুষ্ট ব্যৱহাৰে,
ক'ৰনো সেইটো ডেকা,
মোৰ যেন ঠানুৰা গোপীচন কোঁৱৰ ঐ!
ধোবাই ধোৱা কাপোৰত চেকা।"

যেতিয়া তেনেকৈ কবলৈ ধৰিলে
আকৌ দাপোণক মেলে,
অভিমন কোঁৱৰে গোপীচন কোঁৱৰে
দুয়ো ঘিলা খেলা খেলে!
ঘিলা খেলোঁতে হাইপৰ লাগিলে,
দুয়ো যুজা-যুজি কৰে;
গোপীচন কোঁৱৰে অভিমন কোঁৱৰক
মাটিত হেঁচা মাৰি ধৰে।
কবলৈ ধৰিলে, গণকৰে লৰাই,
"শুনিবা শুনিবা আই!
সৰু কালতে ঘিলা খেলোঁতে
অভিমন কোঁৱৰক পাই।
গোপীচন কোঁৱৰে ধৰে হেঁচা মাৰি,
তলত পেলায়ে থয়;
তাতে যে ঠানুৰাৰ হাত তলত পৰি
এটুপি মৰা-তেজ হয়।"
দেও দি সাৰিলে দেও দৰিকণা,
সাৰে পল ভাঙি শ'ল;

চোৰাই-চিতাই বুকৰ বাঁৰী মাকে
নিজ ঘৰলৈ গল।

মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ চিৰিমুখ চাই,
"জন্মৰ এপেৰা মৰণক চোৱালোঁ।
বোপাই, তোৰ গাত বিঘিনি নাই।

মনৰে সন্তাপে মোকে খাই মাৰিছে,
মাৰিছে দেহটো খাই,

আগ-গুৰি মাৰি চোৱাই মই আহিছোঁ,
এটি আহিছোঁ পাই।

বাঘক ধৰি খালে ছাগে মোৰ ঠানুৱা,
বাঘক ধৰি খালে ছাগে ;
বাও বা-বিচনীৰ এটুপি মৰা-তেজ
তাকো জানো কটাৱ লাগে।"

নগৰত আছিল ভৰাম নাপিত যে
তাকো আনিলেগৈ মাতি,
বাও বা-বিচনীৰ এটুপি মৰা-তেজ
তাকো পেলালেঁ কাটি।

গোপীচন কোঁৱৰে মাককে কলে,
"আই, কিনো কৰ তই ?
জনাৰ নগৰলৈ যাবলৈ ওলাইছোঁ
কালিলৈ বিহানেই মই।"

মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ চিৰিমুখ চাই,
"কাইলৈ মঙলবাৰ যাব তই নোৱাৰ,
আগেয়ে যোৱাৰ সজ নাই।"



ঠানুৱা কোঁৱৰে কবলৈ ধৰিলে—
"এতিয়া কাৰে মুখ চাওঁ,
আজি সোমবাৰ আই বিদায় দিয়া,
আজি গধূলিয়েই যাওঁ।"

মাতক মাতি গল বুকৰ বাঁৰী মাকে
কোঁৱৰৰ মুখলৈ চাই,
"আজি সোমেবাৰে যাব তই নোৱাৰ,
যাবি বুধবাৰে তই।"

যেতিয়া এনেকৈ কবলৈ ধৰিলে,
কোঁৱৰ থৰে থৰে ৰই
এদিন দুদিন কৰি বাটলৈ চাই আছে
কেতিয়া বুধবাৰ হয়।

বুধবাৰৰ দিনা অতি সোণকালে
মাকক লগালে মাত—
"আজি বুধবাৰে, আই বিদায় দিয়া
আজি আৰু নিদিবা হাক।"

মাতক মাতি গল বুকৰ বাঁৰী মাকে—
"তই ধাৰ খালি কাৰ,
আজি বিদায় দিব নোৱাৰোঁ বোপাই তোক,
আজি বাপেৰ-মৰা বাৰ।"

"নেৰিবা আদিকুল, নেৰিবা জাতিকুল,
নেৰিবা বোলা-বচন,
যায় এশ টকা, যায় হেজাৰ টকা,
যায় লক্ষ টকা ধন।"

"এন্ধাৰকৈ ঘৰতে দুখুনীক এৰি থৈ
দিনতে কৰি থৈ কণা,

যাবিগৈ যাবিগৈ কাইলৈ বোপাই ঔ,
তোক আৰু নকৰো মনা ।”
যেতিয়া তেনেকৈ কবলৈ ধৰিলে
কোঁৱৰে মনত ৰং পালে,
নটৰ কলিধনে গোপীচন কোঁৱৰে
একেখন কাঁহীতে খালে ।
ভাতে খাই মুহুদি কৰে হৰি হৰি,
তামোল খাই মুহুদি কৰে ;
কাইলৈ বিদায় লৈ যাবগৈ লাগিব
তালৈ ধ্যানক কৰে ।
ভাতে-পানী খাই ৰাতি দহে বজাত
শোৱা-ঠাইত শুবলৈ যায়,
উচুপি উচুপি কুঁৱৰী কান্দিছে
ঢাৰি-পাটীত টোপনি নাই ।
মাতক মাতি গ'ল গোপীচন কোঁৱৰে
কুঁৱৰীৰ চিৰিমুখ চাই,
“কি দুখত কান্দিছ তই হেৰ কুঁৱৰী,
কান্দিছ কিনো দুখ পাই ?”
“ৰাতি নৌ পুৱাওঁতে পুৱতি নিশাতে
কাউৰীয়ে নোছোৱে মাটি,
জনাৰ নগৰে যাবলৈ ওলাইছা
আমাক থৈ যোৱা কাটি ।”
মাতক মাতি গল ঠানুৱা কোঁৱৰে,
“মইনো কথা কওঁ কাক !
জনাৰ নগৰে যাবলৈ ওলাইছোঁ,
তইঁত ব্ৰত ধৰি থাক ।



গাই গাই তইঁতৰ ঘৰ সজাই দিলোঁ,
কৰতেৰে কটালোঁ ৰুৱা ;
গাই প্ৰতি প্ৰতি সোণৰ বটা দিলোঁ
খাবলৈ তইঁতে গুৱা ।
শুনোতে শুনিছো জনা গাভৰু
তইঁত ন পোণতকৈ শুৱা,
জনাৰ নগৰে কাইলৈ যামেগৈ
( কৰিবিহঁক ) আশীৰ্ব্বাদ গধূলি-পুৱা ।
চাই চকু মেলি, দেখে চিনাতলী,
ৰাতি ফংফঙীয়া হল ;
সেইখিনি পৰতে গোপীচন কোঁৱৰে
মাকৰ গুৰিলৈ গল ।
“ডালতে পৰি গল ডলুৱা ফেঁচাটি,
খুটিতে পৰি গল জিঞা ;
গৰুবাট নগৰে যাওঁগৈ বাঁৰী আই
চুলি ছিঙি আশীৰ্ব্বাদ দিয়া ।”
মাতে পৰে পৰে নানা সুৰেৰে
পৰ্ব্বতৰ কলীয়া কুলি,
কয় লাহে লাহে গোপীচন কোঁৱৰক,
মই কণা হলোঁ বুলি ।
“কতে এৰিলি তোৰে ঘৰে-বাৰী
কুঁৱৰীক এৰিলি ক'ত—
জনাৰ নগৰে যাবলৈ ওলালি,
মোকনো এৰি থৈ ক'ত !
তোৰে বেজাৰত নেখাওঁ ভাতে-পানী
নোশোওঁ ঢাৰি-পাটীত পৰি,

তই যে যাৱগৈ জনাৰ নগৰে,
মই থাকিম ব্ৰতক ধৰি।
জনাৰ নগৰে যাবলৈ ওলাইছ,
হৃদয়ত লাগিছে ভয়;
চুলি ছিঙি ছিঙি আশীৰ্ব্বাদ কৰিছোঁ,
বোপাই তোৰ হবলৈ জয়।
চন্দ্ৰত এসেৰা, সূৰ্য্যত এসেৰা,
এসেৰা বাসুদেউৰ থানত;
বাপেৰ মৰি গল, সিও হল দেৱতা,
এসেৰা কৰা শন চানত।
উজনিতে আছে তামৰ দেওঘৰ,
তালৈ এসেৰা কৰা,
ভাটীত আছে যে কেচাইখাতী গোসাঁনী,
তালৈকো এসেৰা কৰা।
ওপৰত আছে যে পগলা পাৰ্ব্বতী,
তালৈকো নমস্কাৰ কৰা;
সকলো দোষকে ক্ষমিবা ঈশ্বৰ ঐ,
ত্বখুনীৰ একেটি লৰা।
হাঁহৰ এবলি, পাৰবো এবলি,
দি যাম বগা মহৰ বলি;
জনা গাভৰুক আনিব পাৰিলে
দি যাম নৰ-মনিষৰ বলি।”
জোকাৰি পিন্ধিলে গোমচেঙৰ চোলাটি
মাজত বাখৰামি কৰা,
কঁকালত মাৰিলে জবদৰ টঙালি
দেখিলে জিলমিল কৰা।



ঠুৰিয়াই পিন্ধি গল ধল পাটৰ চুৰিয়া,
মূৰত দাউকীয়া পাগ;
পিন্ধিউৰি পেলাই গোপীচন ওলালে
যেন পূৰ্ণিমাৰ চাঁদ।
বৃহস্পতিবাৰে গোপীচন ওলালে
কৰিলে বাপেকৰ তিথি,
গোপীচন কলিধন ত্বয়ো গৈছেগৈ,
ঘৰলৈ কৰিছে পিঠি।
সেইখিনি পৰতে বাঁৰী মাকে কান্দিছে
কোঁৱৰৰ ফাললৈ চাই —
“জনাৰ নগৰে ঠানুৱা গইছে
হায় ঔ, হায় হায় হায়!”
ইনাই কুঁৱৰীয়ে বিনাই কান্দিছে,
কোঁৱৰৰ ফাললৈ চাই;
“চোৱাচোন চোৱাচোন লগৰ কুঁৱৰীহঁত,
কোঁৱৰৰে দয়া নাই।
জনাৰ নগৰে যাবলৈ কোঁৱৰে
পিন্ধিছে গোলাপৰ পাহি,
আমি কান্দিছো উভতি চোৱা নাই,
মাৰি গৈছে মিচিকাই হাঁহি।
আমাক এৰি থৈ গল গৈ কোঁৱৰে,
নগলে আমাকো কাটি,
যাকে দেখিব তাকে চাবগৈ,
পুৰুষ যে ভোমোৰা জাতি।”
খিৰিকীয়ে দেখালৈ কুঁৱৰী-এহঁতে
চকু থিৰে কৰি চায়;

কোঁৱৰ গৈছে গৰুচৰ ৰাজ্যলৈ
উভতি চোৱাকে নাই।
কোঁৱৰ গৈ গৈ পালেগৈ পাৰঘাট
তাতে লাহে কৰি ৰলে;
সেইখিনি পৰতে নটৰ কলিধনে
লাহেকৈ ঘাটৈক কলে ঃ—
"আমাক পাৰ কৰি দে তইবুঢ়া ঘাটৈ.
বহু পৰ নথবি ৰাখি,
জনাৰ নগৰে যাবলৈ ওলাইছোঁ.
ঈশ্বৰক কৰি থৈ সাক্ষী।"
মাতক মাতি গল বুঢ়া ঘাটৈয়ে,—
"বচনক নেমানি মোৰ
এবেলি আহিলি জনা গাভৰুৰে
নাক-কাণ কাটিলে তোৰ।
নেযাবি, নেযাবি জনাৰ নগৰলৈ
আন চহৰলৈ যা,
গৰুচৰ ৰাজ্যলৈ নেযাবি বোপাইহঁত,
ঘৰলৈ উভতি যা।
জনাৰ নাওখনি টুলুঙে-ভুতুঙে,
বগলী পৰিলে বুৰে;
জাপিব-জুপিব পাৰিলে বোপাইহঁত,
গৰুচৰ ৰাজ্যখন ধৰে।
ন শ কোঁৱৰক জনাই বন্দী কৰে,
যুৰীয়া মৰাইছে ঢাপ;
মই পাৰ তইঁতক নকৰোঁ বোপাইহঁত
লাগিব মনিষ-বধ পাপ।"



কবলৈ ধৰিলে গোপীচন কোঁৱৰে
কলিধনৰ মুখলৈ চাই,—
"কিনো কাম কৰিলোঁ মই ঔ সখিদেউ,
হায়, হায়, হায়, হায়।"
"অলপত আহুদি, নেখাবা বিবুধি,
তালৈ নকৰিবা ভয়,
বুকু ডাঠ কৰিবা অলপত নেৰিবা,
সাৰথি আহিছোঁ মই।
চন্দ্ৰত এসেৰা কৰা ঐ সখিদেউ,
সূৰুযত এসেৰা কৰা;
বাপেৰ মৰি গল, সিও হল দেৱতা,
তালৈ এসেৰা কৰা।
উজনিত আছে যে তামৰ দেওঘৰ,
তালৈ এসেৰা কৰা;
ভাটীত আছে যে কেচাইখাতী গোসাঁনী,
তালৈ এসেৰা কৰা।
ওপৰত আছে যে পগলা পাৰ্ব্বতী,
তালৈ এসেৰা কৰা;
গুৱাহাটী চহৰত আছে যে বাঁৰী মাৰ
তালৈ এসেৰা কৰা।
ইয়া বাঁহৰে শিয়া ঐ সখিদেউ,
ইয়া বাঁহৰে শিয়া;
হাতত ধৰা-ধৰি কৰি মোৰ সখিদেউ,
তুমি জাপ মাৰি দিয়া।"
সেৱাক কৰি লৈ গোপীচন কোঁৱৰে
মনতে ধাৰণা কৰে,

"বাসুদেৱৰ থান কেচাইখাতী গোঁসানী
তামৰ ঐ দেৱতা-ঘৰে।
হাঁহৰো এবলি, পাৰৰো এবলি,
দি যাওঁ বগা মহৰ বলি,
লুইত পাৰে হৈ যাব মই পাৰিলে
দি যাম নৰ-মনিষৰ বলি।"
কোৱাই পুঠী মাছ নিলে হৰি হৰি,
চিলাই পুঠী মাছ নিলে,
ৰাম প্ৰভু বুলি হাতত ধৰা-ধৰি
ঘূৰাই জাপ মাৰি দিলে।
কি মাছ মাৰিবৰ শ'ল ঐ গাভৰু
কি মাছ মাৰিবৰ শল;
হাতত ধৰা-ধৰি দিলে জাপে মাৰি,
লুইতো পাৰ হই গল।
কি চৰাই কৰিবৰ, চিউ ঐ গাভৰু,
কি চৰাই কৰিবৰ চিউ;
জাপ মৰা দেখি বুঢ়া ঘাটৈৰ
আকাশে উৰি গল জীউ।
"হাই দি মাৰিবৰ লাই ঐ গাভৰু,
হাই দি মাৰিবৰ লাই—
আজি অনেক বছৰ গইছে গুজৰি
এনে মানুহ দেখা পোৱা নাই।
ইবেলি বানেহে বান ঐ গাভৰু,
ইবেলি বানেহে বান;
এপহীয়া তিৰী হৈ খালি ৰাজেপাট,
এই বেলি নৰৰ মান।



মোৰ কি-এ গতি হব হৰি হৰি,
মোৰ নো কি-এ গতি হব—
ঘূৰি আহি সিহঁতে পাবহি লাগিলে
ডিঙি কাটি থৈয়ে যাব।"
লুইত পাৰে হৈ পাছে গোপীচনে
মেলি খায় হাচটিৰ গুৱা,
সিফালৰে এপেৰা জলাহী আহিছে
পানী নিবলৈ পুৱা!
দ ঘূলি মাজৰে বালিৰ ঐ চত্‌টি,
সাগৰৰ মাজৰে ফেন
জনাৰ লিগিৰী দেখি পঠিয়ালে,
পূৰ্ণিমাৰ জোনহে যেন।
লুইতৰ মাজুলী, লঘু হৰি হৰি,
লুইতৰ মাজুলী লঘু—
গোপীচন কোঁৱৰে চাই কৈ পঠিয়ায়,
পৰি গল জলাহীত চকু।
"সোণৰে ভিমৰাজ হাততে আনিছ
লাহেকৈ ঘাটতে থ,
জনা গাভৰুক নিবলৈ আহিছোঁ,
যাব নে নেযাব ক।"
মাতক মাতি গল জনাৰ লিগিৰীয়ে—
"কিনো কথা কৱ তই?
জনা গাভৰু ককাৰৰ যুৰীয়া,
বাপেৰৰ যুৰীয়া মই।
লগতে দেখিছোঁ কাণ-কটা বিৰলী
কথাৰ পোৱা নাই ভাল,

মোকে চুপতি কৰিবি তহঁতে,
চৰিয়াই ছিঙি দিম গাল ।”
দলিয়াই পেলালে সোণৰ ভিমৰাজ,
মাৰে কাণ-ফটা চৰ,
চৰনো লাথি খাই জনাৰে লিগিৰী
ঘৰলৈ মাৰিলে লৰ ।
মাতক মাতি গল জনাৰ লিগিৰীয়ে
গাভৰুৰ মূখলৈ চাই,
এজন মানুহক দেখি থৈ আহিছোঁ,
এনে মানুহ কতো দেখা নাই ।
দলিয়াই পেলালে সোণৰে ভিমৰাজ,
মাৰিলে কাণফটা চৰ,
চৰনো লাথি খাই থাকিব নোৱাৰিলোঁ.
ভিৰাই মাৰিলোঁ লৰ ।”

কবলৈ ধৰিলে জনা গাভৰুৰে,
“জলপান তিয়াৰি কৰ ;
চাই থৈ আহোঁগৈ ক’ৰ পৰা আহিছে,
কোনেনো মাৰিলে চৰ ।”
এশ মোন আনিলে দোৱা-ভজা চিৰা,
এশ মোন আনিলে দৈ ;
এশ মোন আনিলে, চেনি বেনাৰছী.
খালে তিনি গঢ়াকৈ ।
ছাগে বাঘক ধৰি খালে হৰি হৰি,
ছাগে বাঘক ধৰি খালে,
ইমানবোৰ খাই তাইৰ পেট নখজুৱায়,
আৰু যেন খাবলৈ লাগে ।



ভৰিতে পিন্ধিলে হেজাৰ সোণৰ জোতা,
কাণত গজ-মুকুতাৰ লং ,
গাতে পিন্ধিলে দুহেজাৰ মোনীয়া
মূৰত বালিচৰি জং ।
হাতী খোজে কাঢ়ে লুপুৰে-ঠুপুৰে.
ঘোঁৰা খোজে কাঢ়ে লৰি ;
শিলৰে আলিতে জনাই খোজে কাঢ়ে
হস্তী গমনে ধৰি ।

অতিকৈ জিলিকে বালিত বালিচন্দা,
অতিকৈ জিলিকে সোণ,
তাতোকৈ জিলিকে পুখুৰী পাৰতে
যেনে পূৰ্ণিমাৰে জোন ।
“ক’ৰ পৰা আহিছ. বঙালী কছাৰী
যাবি কোনে দেশে তই ?
আও মৰণেৰে মৰিব খুজিছ,
বাপেৰৰ বুঢ়ীমাৰ মই ।”

চলে পাই মাতি গল নটৰ কলিধনে,—
“বঙাল বুলিছ তই,
সেইজন যেনিবা তোমাৰেই স্বোৱামী,
মাবৰ স্বোৱামী মই ।”
যেতিয়া তেনেকৈ কবলৈ ধৰিলে
গাভৰুৰ উঠিলে খং,—
“ৰ’ বুঢ়ীমাৰে, আহোঁ ঘৰৰ পৰা,
এতিয়াই দেখুৱাম ৰং ।”
নটৰ কলিধনে কলে গোপীচনক
চকুৰে ‘ইছাৰা’ কৰি,

"ঘৰলৈ ওভতে, জনা গাভৰুক
আনা হাত ডুখনত ধৰি।"
ধৰে লৰ মাৰি জনাৰ হাততে
মাৰে পাছলৈ টান—
জনা গাভৰু লুটি খাই পৰিলে,
দেহটো নেথাকে 'জান।'

উঠে খৰে কৰি কাচুটিতে ধৰি,
লগাই খৰে কৰি মাত,—
"ক'ৰ পৰা আহিছ, একোটো নেজান,
তইঁত চাওদাঙৰ জাত।

হাততো ধৰিলি ভাল কাম কৰিলি,
লগালি তইঁতে লেঠা ;
শান্তি-এ ধৰ্ম্ম নষ্ট কৰিলি,
ধোবাই ধোৱাত লগালি চেকা।

শান্তি-এ ধৰ্ম্ম নষ্ট কৰিলি,
এটি পৰীক্ষা চাওঁ ;
এখনি তামোলক দিয়াচোন, বাৰু মই
মুখে ভৰি ভৰি খাওঁ।

গছতো নলগা, কটাৰীয়ে নকটা,
আৰু নলগোৱা চূণ ;
এখনি গুৱাপান হাতৰ মুঠিত দিয়া
নোৱাইলে চিটিকাম ধুন।"

চাৰিকৈ ফাললৈ চালে গোপীচনে,
চাৰিকৈ ফাললৈ চালে,
যেতিয়া তেনেকৈ কলে গাভৰুৱে
কোঁৱৰে বিচূৰ্ত্তি খালে।



—"লাও তল যোৱা, শিলো ওপঙা,
এনে কথা দেখা নাই,
আওমৰণেৰে মৰিবলৈ আহিলোঁ,
কলিধনৰ লগকে পাই।"
কালৈকে কৰিলি ভয় ঔ সখিদেউ,
কালৈকে কৰিলি ভয়,
মৰণে জীৱনে আহিছো সখিদেউ,
তোমাৰে সাৰথি মই।

চন্দ্ৰত এসেৰা কৰা মোৰ সখিদেউ
সূৰুযত এসেৰা কৰা ;
বলি-বাহন মানি 'দিল'ৰ ভিতৰত,
হাতৰ মুঠিতো ধৰা।"
চন্দ্ৰত এসেৰা, কৰে গোপীচনে,
সূৰুযত এসেৰা কৰে ;
পগলা পাৰ্ব্বতী কেচাইখাতী গোসাঁনী,
তামৰ ঐ দেৱতা-ঘৰে।

ইলে বালি চৰাই গিলে ঐ গাভৰু,
ইলে বালি চৰাই গিলে ;
সেৱা কৰি লৈ গোপীচন কোঁৱৰে
হাতৰ মুঠি মেলি দিলে।

হাতে মেলি দি কলে গাভৰুক—
"কটা তামোলক নে,
সতী ধৰমৰ তিৰী হৱ যদি
তোৰো পৰীক্ষা দে।
গছতো নলগা, ঢেঁকীতো নবনা,
আৰু নলগোৱা হাত ;

তোৰ আঁঠুৰ মূৰত বান্ধি খুৱাই যা
আমাক এসাজি ভাত ।"

জনা গাভৰুৱে বহি লাহেকৈ
জয় শিৱ দেৱতাক কলে,
সেইটো পৰীক্ষাত উঠি গাভৰুৱে,
কোঁৱৰক কবলৈ ধৰে ।—

"ককাৰ দিনৰে লোহাৰ ঢেঁকী আছে,
ফালিবা একোবক মাৰি,
একসেৰ কাঠৰে কুঠাৰ গঢ়াই থৈছোঁ,
নালটো মৰাৰে ঠাৰি ।

ধৰ্ম্মৰ তৰজুত জুখি পেলালে
লাগিব সমান হব ;
ইয়াকে কৰিব নোৱাইলে বুঢ়ীমাৰে
ফাটেক ঘৰত সুমুৱাই থব ।"

চন্দ্ৰত এসেৱা কৰে গোপীচনে,
সূৰুযত এসেৱা কৰে ;
বাপেক মৰি গল, সিও হল দেৱতা,
তালৈ এসেৱা কৰে ।

বসুদেৱ স্থান, কেচাইখাতী গোসাঁনী,
তালৈ এসেৱা কৰে ;
উজনিত আছিলে তামৰ দেওঘৰ,
তালৈ এসেৱা কৰে ।

ওপৰত আছিলে পগলা পাৰ্ব্বতী,
তালৈ এসেৱা কৰে ;
গুৱাহাটীত আছিলে বুকৰ বাঁৰী মাক,
তালৈ এসেৱা কৰে ।



ন শ কোঁৱৰক উদ্ধাৰ কৰোঁ মই,
তালৈ এসেৱা কৰে ;
সেৱা কৰি পাছে গোপীচন কোঁৱৰে
কাঠৰ কুঠাৰ দাঙি ধৰে ।

বাসুদেৱ স্থান, কেচাইখাতী গোসাঁনী,
তামৰ ঐ দেৱতা-ঘৰে ;
তাতে বলি-বাহন, দিমনো-এ বুলি,
মনতে ধাৰণা কৰে ।

"হাঁহৰে এবলি, পাৰৰে এবলি,
দি যাম বগা মহৰ বলি ;
এইটো পৰীক্ষাত উঠিব পাৰিলে
দি যাম নৰ-মনিবৰ বলি ।"

ৰাম প্ৰভু বুলি কাঠৰ কুঠাৰ দাঙি
ফালিলে লোহাৰে ঢেঁকী ;
ধৰ্ম্মৰ তৰজুত জুখি দেখুৱালে,
দুইফাল সমানেই দেখি ।

"কি মাছ মাৰিবৰ তোৰা ঐ জহৰি,
কি মাছ মাৰিবৰ তোৰা ;
কোন কমাৰ পৈয়েৰে ঢেঁকী গঢ়িছিল,
মাজত নেখালে থোৰা ।"

মাতক মাতি গল জনা গাভৰুৱে,
"আৰু এটি কথা শুন—
মোৰ দুৱাৰমুখত আছে এটা শিল,
তাতে কৰি যাবি খুন ।"

"কুকুৰক বুলিবৰ ঔচ ঐ ডেকাদেউ,
কুকুৰক বুলিবৰ ঔচ,

এহাত দ-এ কৰি বহুৱাই দিয়াগৈ
কৰি তাতে ক্ষুদ্ৰ শৌচ।”
বুটিকৈ নাঙলৰ, কুটীনো গাভৰু,
বুটী নাঙলৰ কুটী,
জনা গাভৰুৰ শিলটৌত বহি লৈ,
বলেৰে দিলেগৈ মূতি।
হাই দি মাৰিবৰ লাই ঔ গাভৰু,
হাই দি মাৰিবৰ লাই ;
শিলটৌত যেতিয়া কোঁৱৰে মূতিলে
এহাত দ লোৰে হৈ যায়।
মাতক মাতি গল জনা গাভৰুৱে
কোঁৱৰৰ মুখলৈ চাই,—
“এটি পৰীক্ষা আছে মোৰ কোঁৱৰ ঐ,
তাতো ভাৰেসা নাই।
কম নে নকমে সেইটি পৰীক্ষা,
মনতে লাগিছে ভয়,
এটাইবোৰ পৰীক্ষাত উঠিব পাৰিলি,
তাতো উঠিবি তই।
মোৰ ঘৰৰ পূৱে তাল, শাল বিৰিখে,
আছে বাৰ পুৰা জিনি,
সেই গছৰ শিপা ওপৰে ধৰিছে,
হাতনো তিনিশ তিনি।
তলে কিমান আছে, কব মই নোৱাৰোঁ,
মই খানি চোৱা নাই,
সেই গছৰ তলে যাব নোৱাৰি,
বাঘে মানুহ ধৰি খায়।



সেই গছৰ গুৰিতে বান্ধি ৰাখিছে,
বাৰেকুৰি বলিয়া হাতী,
এই ডালেৰে কত ঠাই জুৰিছে,
ধৰিছে কত ঠাই ছাটি।
সেই জুপি তাল শাল বিৰিখৰ
আগতে জাপ মাৰি ধৰি
গাৰনো জোৰেৰে, উভালি পেলাবা,
এটা আজোৰ মাৰি।
এই পৰীক্ষাত উঠিব পাৰিলে
তোমাক মই ভজি যাম,
যদিহে পৰীক্ষাত উঠিব নোৱাৰা,
মইনো বন্দী কৰি থম।”
যেতিয়া তেনেকৈ কবলৈ ধৰিলে,
গোপীচনৰ লাগি গল ভয়,
সেই সময়তে নটৰ কলিধনে
গোপীচন কোঁৱৰক কয়—
“তালৈ নকৰিবা ভয়, ঔ সখিদেউ,
তালৈ নকৰিবা ভয়,
সেইটি পৰীক্ষাত, উঠিব পাৰিবা
তুমি নকৰিবা ভয়।
মানৰো ৰণলৈ গলে সখিদেউ,
হব তোমাৰেই জয় ;
চিংফৌ ৰণলৈ যদি তুমি যোৱা
হব তোমাৰেই জয়।
বাপুদেৱৰ থান, কেচাইখাতী গোসাঁনী,
তামৰ দেৱতা-ঘৰে

পাৰ্ব্বতী পগলা, বুকৰ বাঁৰী মাক,
সকলোলৈ সেৱা কৰে।
"হাঁহৰো এবলি. পাৰৰো এবলি,
দি যাম ব'গা মহৰ বলি,
এইটি পৰীক্ষাত উঠিব পাৰিলে,
দিমনো নৰ-মনিষৰ বলি।"

সেৱা-সৎকাৰ কৰি লৈ কোঁৱৰে
জাপ মাৰি আগতে ধৰে,
আগত ধৰি লৈ আজোৰ মাৰিলে,
তাল-শাল উভালি পৰে।

কি চৰাই কৰিবৰ চিউ ঐ গাভৰু,
কি চৰাই কৰিবৰ চিউ,
জনা গাভৰু লুটি খাই পৰিলে,
দেহত যেন নেথাকে জীউ।

মাতক মাতি গল জনা গাভৰুৱে
কোঁৱৰৰ মুখলৈ চাই,—
"আজি বাৰে বছৰ গৈছে পাৰ হৈ,
পৰীক্ষাত উঠোঁতা নাই।
তোমাকে বুলি যাওঁ বুকৰ স্বামী-গুৰু,
কলিধনক বুলি যাওঁ ভাই,
অভাগীৰ দোষকে ক্ষমা কৰিবা,
মোৰ গাত একো দোষ নাই।
এখনি তামোলক লোৱা মোৰ স্বোৱামী,
চৰণত লগাইছোঁ মূৰ;
অনেক দায়-জগৰ লগালো স্বামীদেউ,
মাৰিবা ভৰিৰে গোৰ।"



মাতক মাতি যায় নটৰ কলিধনে,—
"বুঢ়ীআই বুলিছোঁ তোক;
তোৰে ঐ স্বোৱামীক সখিদেউ বুলিছোঁ,
কি সমধ ধৰিবি মোক?"

মাতক মাতি গল জনা গাভৰুৱে—
"চুঙা চাই দি গলি সোপা,
হলা গছ দেখি তই কুঠাৰ মাৰিলি,
বাগি দিলি দেখি জোপা।
লোৱা-লোৱা মোৰ বুকৰ স্বামীদেউ,
ৰঙে গুৱাপাণ খোৱা,
অভাগীক লগত লৈ, তুমি মোৰ স্বোৱামী,
ঘৰলৈ উভতি যোৱা।"

মাতক মাতি গল নটৰ কলিধনে
জনাৰ মুখলৈ চাই,—
"কলি কালতে বিচাৰ নাইকিয়া
নাতিলৈ বুঢ়ীমাক যায়।"
"কটা ঘাত চেঙা তেল নিদিবি বোপাই ঔ,
গেলাতো নিদিবি টেঙা,
তাহানিয়ে খালোঁ জেঙেৰু চকলা,
এতিয়া লাগিছে জেঙা।
এখনি তামোলক লোৱা মোৰ ঠানুৱা,
আঁঠুৰে বুলিছোঁ বাট"—
সেইখিনি পৰতে জনা গাভৰুক
লগায় নটৰ লৰাই মাত।
"কছাৰী লৰাকে তামোল দিওঁ বুলি
মাতিছ ঠানুৱা বুলি,

উঠিব নোৱাৰ তইনো গাভৰু.
কেনেকৈ চাকোলা হলি ?"
"তুলি নেমাৰিবি, তই হেৰ কলিধন,
তুলি নেমাৰিবি তই ;
মোৰেকৈ স্বামীক উঠোৱাই মাৰিছ,
কিনো দোষ লগালোঁ মই ?
কেলেই আহিলি তইনো কলিধন,
হবলৈ অভাগীৰ কাল,
আঁঠু কাটোঁতে, চুচৰি ফুৰোঁতে,
টিকাৰ মোৰ ছিগি গল ছাল ।"
কি মাছ মাৰিবৰ শ'ল হৰি হৰি,
কি মাছ মাৰিবৰ শ'ল ;-
জনাই দিয়া তামোল নলয় গোপীচনে,
কয়েদীৰ গুৰিলৈ গল ।
মাতক মাতি যায় যতেক কয়েদীয়ে
কোঁৱৰৰ মুখলৈ চাই,—
"কৰ পৰা আহিলা গৰুচৰ ঈশ্বৰ ঐ,
চাবলৈ আমাৰ বিলাই ?"
চকুবোৰ সোমাই গল, আঁঠুৰ মূৰ ওলালে,
চুলীয়া যোগী যেন হল,
আজি বাৰে বছৰ খাবলৈ পোৱা নাই,
গাত বল নাইকিয়া হল ।
কোনোটোৰ মাৰিছে বুকতে গজালক
কোনোটোক মাৰিছে শেল,
কোনোটোক লগাইছে লোহাৰ জিনজৰী,
কোনোটোক মাৰিছে শূল ।



সকলো কয়েদীক দিয়ে খালাছ কৰি,
নাপিতক আনিলে মতাই,
ন শ কোঁৱৰক ন শ নাপিত দি
চুলিবোৰ পেলালে কটাই ।
ন শ কোঁৱৰৰ ডাঢ়ি-চুলিৰে
নগৰ নধৰা হলে,
ন শ কোঁৱৰৰ দাঢ়ি-চুলিবোৰ
জবকাৰে টনাই থলে ।
কোৱাই পুঠী মাছ নিলে হৰি হৰি,
চিলাই পুঠী মাছ নিলে,
প্ৰত্যেক কয়েদীক এখনি চুৰিয়া,
এটা কামিজকৈ দিলে ।
ন শ কোঁৱৰক এসাজ ভাত খুৱালে
এশ মোন চাউল ৰান্ধি,
খাই-বই উঠি ন শ কোঁৱৰে
ভৰিত ধৰি পেলাইছে কান্দি ।
"আজি বাৰে বছৰ থলে বন্দী কৰি
জনা গাভৰুৱে পাই,
ডাঢ়ি-চুলিৰে সাৰো ঠাই আৰু
পেটত ভাত-পানী নাই ।
মূৰতে লম নে তোমাক ঐ ঠাকুৰা,
কানতে পাতি লম ভাৰ ;
আজি বাৰে বছৰ থলে বন্দী কৰি,
তুমি কৰিলাহি উদ্ধাৰ ।"
ন শ কোঁৱৰক উদ্ধাৰ কৰি লৈ
জনাৰ গুৰিলৈ যায়,

হাতত আছিলে জনাৰ তামোলখনি
তাকে মুখ ভৰি খায়।

জনাৰ নগৰে সোমালে গোপীচন
জনাক হাতত ধৰি নিলে,
সেইটি বাতৰি জীউৰাম বাৰীচোৱাই
বুঢ়া ৰজালৈ দিলে।

"হাই দি মাৰিবৰ লাই মোৰ পুথাদেউ,
হাই দি মাৰিবৰ লাই,
জনাক লৈ গল, ৰণুৱা বঙালে,
নগৰত অকলে পাই।"

"হাতত দিওঁ তামোল খা বাৰীচোৱাই,
কাটি দিওঁ তামোলক খা,
এইটি বাতৰি কবলৈ বোপাই তই,
অভিমনৰ গুৰিলৈ যা।

মাতক মাতি গল জীউৰাম বাৰীচোৱাই
অভিমনৰ মুখলৈ চাই—
"ভনীয়েৰক লৈ গ'ল ৰণুৱা বঙালে,
তুমি থকা কাৰণেই নাই।"

"কোৱাই পুঠী মাছ নিলে বাৰীচোৱা,
চিলাই পুঠী মাছ নিলে,
ৰণুৱা বঙালে নিয়া নাই ভনীক মোৰ,
গোপীচন কোঁৱৰে নিলে।"

মাতক মাতি গল বাপেক বুঢ়া ৰজাই
অভিমনৰ মুখলৈ চাই,—
"খাৱ এমাহে, শোৱ ছমাহে,
তোৰ মূঠেই চেতনেই নাই।



জনা ভনীয়েৰক ৰণুৱা বঙালে
লৈ গল বলেৰে ধৰি,
কৰ পৰা আহিছিল, ৰণুৱা বঙালক
আনগৈ বলেৰে ধৰি।"

মাতক মাতি গল অভিমন কোঁৱৰে—
"সেইটো ৰজাৰে লৰা,
ৰণুৱা বঙালে নিয়া নাই ভনী মোৰ,
তাতোকৈ একাচি চৰা

বাৰেকুৰি বলিয়া হাতী তোমাৰ আছে,
তাতকৈ মোৰ বল বেছি,
গুৱাহাটী চহৰৰ গোপীচন কোঁৱৰৰ
মোতকৈ অলপৰ বেছি।

কাঢ়ি আনি কৰিবা কি মোৰ দেউতা,
কাঢ়ি আনি কৰিবা কি?
নিছে নিয়কগৈ, সিও ৰজাৰ লৰা,
এয়োতো ৰজাৰ জী।

যাচি মৰিবলৈ নেযাওঁ পিতাদেউ,
ফুকিয়াই নলগাওঁ জুই;
জনাক আনিবলৈ নেযাওঁ মই পিতাদেউ,
থাকোঁগৈ পাটীত শুই।"

"তোৰে কেনেকুৱা চিত ঔ অভিমন,
তোৰে কেনেকুৱা চিত;
তাহানি কালতে নিবলৈ নেপালি,
এতিয়া চিন্তিলি অহিত।

বুঢ়া বাঘলৈ ভয় যে নকৰে,
হৰিণাই চেলেকে গাল,

জনা গাভৰুক লোকে নিয়াতকৈ
তই নিয়াই আছিলে ভাল।"
যেতিয়া তেনেকৈ কবলৈ ধৰিলে,
অভিমনৰ উঠিলে খং—
"নেমানাহে যদি যাওঁগৈ এতিয়াই,
দিওঁগৈ এতিয়াই ৰণ।"
আগলৈ এভৰি, পাছলৈ এভৰি,
যতবাই মাৰিলে হাঁচি;
বুঢ়া ৰজায়ে ভাল বধ ললে
ৰণলৈ পঠিয়াই হেচি।
মাতক মাতি গল, জনা গাভৰুৱে—
"এতিয়া পৰিবা মৰা,
অভিমন লৰিছে, মৰিব লাগিব,
লৰে 'আচমান'ৰ তৰা।
তুমি নিদিবা ধৰা মোৰ ঠানুৰা,
তুমি নিদ্দিবা ধৰা,
অভিমন আহিছে, মৰিব লাগিব,
পলাই যোৱা ইয়াৰে পৰা।"
মাতক মাতি গল গোপীচন কোঁৱৰে
জনাৰ মুখলৈ চাই,—
"কি গৰজ লাগিছে পলাই যাবলৈ,
পলোৱা কাৰণেই নাই।"
এই বুলি গোপীচন পলাই নগৰে
নেযায় লৰ মাৰি লাজে,
অভিমন কোঁৱৰে এগোৰ মাৰিলে,
ঢেৰেকনি বজাদি বাজে।—



"এগোৰ মাৰিলা, বুকৰে জেঠেৰি,
আৰু এগোৰ মাৰিলে সহিম;
তাৰ পিছত এগোৰ মাৰিব লাগিলে
কঁকালে কঁকালে লাগিম।"
এগোৰ এগোৰকৈ তিনি গোৰ মাৰিলে,
গোপীচনে থাকিল সহি;
তাৰ পিছৰ গোৰত গোপীচন কোঁৱৰে
আৰু নেথাকিল বহি।
মাতক মাতি গল গোপীচন কোঁৱৰে
অভিমনৰ মুখলৈ চাই,—
"এগোৰ এগোৰকৈ চাৰি গোৰ মাৰিলা,
মোৰ গাত একো দোষ নাই।
চাৰিকৈ ফাললৈ চাই মই পঠিয়াওঁ,
চাৰিকৈ ফাললৈ চাওঁ;
ইয়াত যুদ্ধ মই কৰিব নোৱাৰোঁ,
আহাঁ 'মইদান'লৈ যাওঁ।
কি মাছ মাৰিবৰ শ'ল হৰি হৰি,
কি মাছ মাৰিবৰ শ'ল,
সেই কথা কৈ অভিমন গোপীচন
যুদ্ধ কৰিবলৈ গল।
সাদিন সাত ৰাতি যুদ্ধ কৰিছে,
এটাও হৰা-জিকা নাই;
সেইখিনি পৰতে পগলা-পাৰ্ব্বতী
ৰথত ফুৰিবলৈ যায়।
মাতক মাতি গল পাৰ্ব্বতী আয়ে
পগলাৰ মুখলৈ চাই,—

"চোৱাচোন পগলা তললৈ মনকৈ
সেইটো ভাগিন হব পায় !
মূৰৰ চুলি ছিঙি দিয়ে পাৰ্ব্বতীয়ে,
"পৰিবি ভাগিনৰ গাত,
যদি মোৰ ভাগিন হয় বলেই বেছি হওক
মোৰ ভাগিনৰ গাত।"
মাতক মাতি গল গোপীচন কোঁৱৰে
অভিমনৰ ফাললৈ চাই,—
"ভালকৈ থাকিবা, বুকুৱে জেঠেৰি,
ইবেলি ঠিকনা নাই।
খণ্ডত গোপীচনে অভিমন কোঁৱৰক
মাটিৰ পৰা দাঙি নিলে,
সেইটো খণ্ডতেই গোপীচন কোঁৱৰে
আকাশলৈ দলি মাৰি দিলে।
পৰি হাঁহকণী ভাগিল হৰি হৰি,
পৰি হাঁহকণী ভাগিল ;
অভিমন কোঁৱৰৰ চকুযোৰ উৰি গৈ
'আচমান'ৰ ওপৰত লাগিল।
যতে পৰি গল অভিমনৰ চুলিবোৰ
তাতে জাওবন গজিল ;
যতে পৰি গল অভিমনৰ ভুৰটো
দলনি-দোপনি হল।
যতে পৰি গল, অভিমনৰ বুকুখন
তাতে হল চন্দনৰ পটা ;
য'তে পৰি গল অভিমনৰ আঁতবোৰ
তাত হল কলীয়া লতা।



য'তে পৰি গল অভিমনৰ দাঁতবোৰ
তাত হল হাতীৰ নখ ;
য'তে পৰি গল অভিমনৰ গুৰিদাঁত
তাত হল সাগৰৰ শঁখ।
পকি নেমুটেঙা সৰিল হৰি হৰি,
পকি নেমুটেঙা সৰিল ;
অভিমন কোঁৱৰৰ মূৰটো ছিগি গৈ
বাপেকৰ নগৰত পৰিল।
উঠে ধুপ কৰে ভয়ঙ্কৰ শব্দেৰে,
বাপেকে শুনি পায় ;
"বাৰীতে আছিলে গুৰি-কঠালটো,
আজি জানো সৰিব পায়।"
গুৰি-কঠালটো সৰিলে বুলি
বাপেকে দেখিলে আহি,
অভিমন কোঁৱৰৰ মূৰ ছিগি আহি
আছে খলখলাই হাঁহি।
চৰায়ে কৰিবৰ চিউ হৰি হৰি,
চৰায়ে কৰিবৰ চিউ ;
অভিমনৰ মূৰটো দেখি বাপেকৰ
আকাশে উৰি গল জীউ।
"কি কাম কৰিলোঁ, কি বুধি কৰিলোঁ,
বাৰীত দামেকলে ৰুই,
আগেয়ে নেজানো এতিয়া জানিছো
দেহতো একুৰা জুই।"
হুকি মাৰি কৈ গল পাত্ৰ-মন্ত্ৰীকে
"এতিয়া কাৰে মুখ চাওঁ ;

বাৰেকুৰি বলিয়া হাতী আনাগৈ,
গোপীচনক বান্ধিবলৈ যাওঁ।
বাৰেকুৰি বলিয়া হাতী লৈ গৈ
তাকো গচকাই মাৰিম;
তেহে বাপেকে মোৰ পোৰ দান লৈ
ঘৰলৈ উভতি আহিম।"
হাই দি সাৰিবৰ লাই হৰি হৰি,
হাই দি সাৰিবৰ লাই;
বাৰেকুৰি হাতীকে তৈয়াৰী কৰি লই
গোপীচনৰ গুৰিলৈ যায়।
এটি টেকেলি আনে গোপীচনে
মায়াৰ কোদো-বৰল ভৰাই,
এডালি ৰচিকে আনে গোপীচনে
তাতে ঢেঁকীথোৰা লগাই।
"ৰচিৰে বান্ধিবি, থোৰাৰে মাৰিবি,
কোদো-বৰলে খাবি;
বুঢ়া ৰজায়ে সই-পৰ কাঢ়িলে
তেতিয়া এৰি থৈ যাবি।"
এটি আলি যায় জনাৰ নগৰে,
এটি অভিমনৰ ৰাজে.
এটি আলি যায় বুঢ়া ৰজাৰ নগৰে,
সেই তিনি আলিৰ মাজে।
ৰচি, ঢেঁকীথোৰা, মায়াৰ কোদো-বৰল,
সিহঁতক আহিছে থৈ;
"ইয়াতে থাকিবি, পালেই মাৰিবি,
মাৰিবি নমৰাকৈ।"



সিফালৰে পৰা আহে বুঢ়া ৰজা,
হাতী বাৰেকুৰি লৈ,
সেইখিনি পৰতে গোপীচন কোঁৱৰে
সিহঁতক আহিছে থৈ।
যেতিয়া পালেহি হাতী বাৰেকুৰি
সেই তিনিআলিৰ মূৰ;
কোদো-বৰলে খাবলৈ ধৰিলে,
হাতীয়ে দাঙিলে শুৰ।
মাউতক পেলাই থৈ লৰক মাৰিলে,
ৰজা বিচূৰ্ত্তি হলে;
ৰচিৰে বান্ধিলে, থোৰাৰে মাৰিলে,
লাহেকৈ তেতিয়া কলে—
"ৰচিৰে নেবান্ধিবি, থোৰাৰে নেমাৰিবি,
জনাক বিয়া কৰাই দিম,
গোপীচন কোঁৱৰনো, ক'ৰ পৰা আহিছে,
এতিয়া পালেঁহি চিন।"
কলে বুঢ়া ৰজাই— "হুকুমক কৰি
জনাক বিয়া কাৰ দিওঁ,
জনা গাভৰুক নিয়ক গোপীচনে,
ৰজাৰ কোঁৱৰ সিও।"
এই বুলি ৰজাই হুকুম কৰিলে
বিয়াৰ ধুমধাম হলে,
জনা গাভৰুক গোপীচন কোঁৱৰে
বিয়া-বাৰু কৰাই নিলে।
হাই দি মাৰিবৰ লাই হৰি হৰি,
হাই দি মাৰিবৰ লাই,

বিয়া-বাৰু কৰাই গোপীচন কোঁৱৰে
নিজ নগৰলৈ যায়।
এদিন দুদিন কৰি গলে তিনি দিন,
তেওনো পোৱাগৈ নাই,
বাটলৈ চাই আছিল বাঁৰী মাকে,
তিন দিনৰ বতৰা পাই।
যায় খবে কৰি বাটত পৰি ধৰি
মোৰ বোপাই আহিছে বুলি,
ন পোণ লিগিৰী, কান্দিব ধৰিছে,
শতুৰুক আনিছে বুলি।
মাতক মাতি গল বুকৰ বাঁৰী মাকে,—
"ভালেৰে আহিলি তই,
মোৰে ধন ঠান্নুৰা, যাবৰে-এপেৰা,
কণা হৈ আছিলোঁ মই।
ডিঙিত ধৰি ধৰি মাকে কান্দিলে,
চুলি ছিঙি দি গল বৰ;
কত দুখে খাই মোৰে ঠান্নুৰা
এতিয়া পালেহি ঘৰ।
অতিকৈ জিলিকে বালিত বালিচন্দা,
অতিকৈ জিলিকে সোণ,
তাতোকৈ জিলিকে জনা গাভৰু,
যেনে পূৰ্ণিমাৰ জোন।
মুখলৈ কি চাবা, পূৰ্ণিমাৰ জোন যেন,
চকুযুৰি স্বৰগৰ তৰা,
গাললৈ কি চাবা, সেন্দুৰী আম যেন,
জিলিকে নিলগৰ পৰা।



হাতলৈ কি চাবা, লোহোৰা-লোহোৰে,
কঁকাল যেন বীণৰে নলা;
ভৰিলৈ কি চাবা, ঠান্নুৰা ঠান্নুৰা,
চুলিবোৰ সেওঁতা ফলা।
আঙুলি কি চাবা, পবালি পবালি,
দাঁতবোৰ আৰ্চীৰ বান;
বুকুনো কি চাবা, চন্দনৰ পটা যেন,
নগাপাণ যেন কাণ।
জনা গাভৰুৰ গালৈ কি চাবা,
জিলিকে নিলগৰ পৰা;
জনা গাভৰুক দেখে বাঁৰী মাকে
ইহঁত ন পোণতকৈ চৰা।
মাতক মাতি গল, গোপীচন কোঁৱৰে
বাঁৰী মাকৰ মুখলৈ চাই—
"জনা গাভৰুক আনিলো বাঁৰী আই,
চাই থকা কাৰণক নাই।
লৰ মাৰি যোৱাগৈ, কুঁৰৰীক কোৱাগৈ,
হাতত লৈ আহক দা,
জনা গাভৰুৰ চুলিকোছা কাটোঁ,
তেহে মোৰ জুৰাব গা।
আগেয়ে কৈছিলোঁ কুঁৰৰীৰ আগতে,
লাটিম বৰুৱাক ছাটিম,
জনা গাভৰুক আনিব পাৰিলে,
চুলিতাৰ গৰত থৈ কাটিম।
এতিয়া সিহঁতক মাতি আনি দিয়া,
সিহঁতৰ আগতে কাটোঁ,

জনা গাভৰুৰ চুলি নেকাটিলে
নেখাওঁ এগৰা ভাতো।”
যেতিয়া তেনেকৈ কবলৈ ধৰিলে
সিহঁতক আনিলে মাতি,
জনা গাভৰুৰ চুলি চাৰি আঙুল,
গৰত থৈ পেলালে কাটি।
“বচনক ৰাখিলোঁ মোৰ ঐ গাভৰু
বচনক ৰাখিলো মোৰ,
ইমান দীঘল চুলি কেলেই লাগিছে
চাৰি আঙুল কাটিলোঁ তোৰ।”
আই সৰেচতী প্ৰাৰ্থনা কৰিলোঁ
তোমাতে ৰহোক চিত,
পাহৰা নামকে সোঁৱৰণ কৰি মই
গালোঁ গাভৰুৰ গীত।
সকলো সভাসদ, দায় নধৰিবা
কৰি যাওঁ সৰাৰো হিত;
ইমানতে মই সামৰণ মাৰিলোঁ
জনা গাভৰুৰ গীত।



জয়-হিন্দ